ৰামসৰস্বতীৰ

# ॥ অশ্বকর্ণ বধ ॥

( বনপৰ্ব্ব—পাতালী খণ্ড )

সম্পাদক—
অধ্যাপক শ্রীনলিনী কুমাৰ চক্রবর্ত্তী এম, এ
প্ৰধান অধ্যাপক, অসমীয়া বিভাগ
নৰ্থ বেঙ্ক কলেজ : ধিলামৰা

॥ লয়াৰ্ছ বুক ষ্টল ॥
গুৱাহাটী : ডিব্রুগড়

**ASWAKARNA BADHA** : *Kavya, Written by Shri Shri Ramasaraswati, Edited by Prof. Nalini Kumar Chakravarty M. A. Vice-Principal & Head of the D'ptt. of Assamese North Bank College, Ghilamara, and Published by Shri Khagendra Narayan Dutta Baruah B. A. Lawyers Book Stall. Gauhati-1. Price Rs. 4.00 Only.*

---

প্ৰকাশক—
শ্ৰীখগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱা বি, এ,
লয়াৰ্ছ বুক ষ্টল।
গুৱাহাটী— ১

প্ৰথম প্ৰকাশ
আগষ্ট— ১৯৭৪ চন

মূল্য—
চাৰি টকা।

মুদ্ৰক—
অমৃত প্ৰেছ।
নলবাৰী।

মোক শিক্ষাজীৱনৰ পৰা কৰ্ম্মজীৱনলৈ
বিভিন্ন পৰামৰ্শ আৰু নিৰ্দ্দেশ দিওঁতা ভাষা
তত্ত্বজ্ঞ অধ্যক্ষ ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ
হাতত—

আবৰ্ত্তণি—

কুতুব (খগেন্দ্ৰ নাৰায়ণ কক্তবকৰা) বন্ধুৱৰ দাবীয়ে অশ্বকৰ্ণ বধ সম্পাদনা কৰিবলৈ বাধ্য কৰালে। ॥ শ্ৰীনলিনী কুমাৰ চক্ৰবৰ্ত্তী ॥



## ॥ পাতনি ॥

**কবিৰ পৰিচয়—** কামৰূপৰ পচৰিয়া বা চমৰীয়া নামৰ পাণ্ডিত ৰাম সৰস্বতী জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতৃৰ নাম ভীমসেন কবি চুড়ামনি। ভীমসেন কবি চুড়ামণি বৈষ্ণৱ পণ্ডিত। তেওঁৰ প্ৰথম পুত্ৰ কৱিচন্দ্ৰ আৰু দ্বিতীয় বা কনিষ্ঠ পুত্ৰ অনিৰুদ্ধ বা ৰামসৰস্বতী। ৰামসৰস্বতীয়ে বাল্য কালত শিক্ষা লাভ কৰে ককায়েক কৱিচন্দ্ৰৰ ওচৰত। "জ্ঞান চক্ষু দিলাহা সোদৰ ৰূপ ধৰি" বুলি এঠাইত তেওঁ ককায়েকৰ ঋণ স্বীকাৰ কৰিছে। ৰামসৰস্বতীৰ দীক্ষা গুৰু হ'ল মুকুন্দদেৱ। ব্যঞ্জন পৰ্ব্বত "প্ৰণামো মুকুন্দদেৱ মোৰ নিজ গুৰু" বুলি স্পষ্ট ভাৱে উল্লেখ কৰিছে। ইয়াৰ বাহিৰেও আন কেবা ঠাইতো ৰাম-সৰস্বতীয়ে মুকুন্দদেৱক প্ৰণাম জনাইছে। গুৰু মুকুন্দদেৱেই ৰামসৰস্বতীক কৱিচন্দ্ৰ আৰু ভাৰতচন্দ্ৰ উপাধি দান কৰে। ককায়েকৰ নামো কৱিচন্দ্ৰ হোৱা কাৰণে তেওঁ পাৰ্য্যমানে সেই উপাধি পৰিত্যাগ কৰি লিখনিত ভাৰতচন্দ্ৰ ব্যৱহাৰ কৰে। উপাধি দান সম্পৰ্কে বিজয় পৰ্ব্বত তেওঁ এইদৰে উল্লেখ কৰিছে—

প্ৰণামো মুকুন্দদেৱৰ চৰণে গুণে নাহি সমসৰ।
আমাক ভাৰতচন্দ্ৰ নাম দিলা কৱিচন্দ্ৰ নাম আৰ ॥

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ লগত ৰামসৰস্বতীৰ পৰিচয় হয় মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাত। পৰিচয়ৰ কলত মহাপুৰুষজনাৰ প্ৰতি ৰামসৰস্বতী বিশেষ ভাৱে আকৃষ্ট হয়। পিছলৈ মহাপুৰুষৰ সান্নিধ্যই তেওঁক প্ৰভাৱান্বিত কৰে। মহাৰাজ নৰনাৰায়ণে তেওঁৰ কবি প্ৰতিভাৰ প্ৰমাণ পাই ৰামসৰস্বতী উপাধি প্ৰদান কৰে আৰু মহাভাৰত অসমীয়ালৈ অনুবাদ কৰিবলৈ আদেশ দিয়ে। এই প্ৰসঙ্গত কবিয়ে আদি বনপৰ্ব্বৰ এঠাইত লিখিছে—

আমাক কৰিলা আজ্ঞা পৰম সাদৰে।
ভাৰতৰ পদ তুমি কৰিয়োক সাৰে ॥

আমাৰ গৃহত আছে ভাষ্যটীকা কত।
নিয়োক আপোন গৃহ দিলোঁহো সমস্ত ॥
এই বুলি ৰাজা সয়ে বলধি যোৰাই।
পঠাইলা পুস্তক সয়ে আমাসাৰ ঠাই ॥
ধন বস্ত্র অলঙ্কাৰ দিলা বহুতৰ।
দাস দাসী দিয়া মন বঢ়াইলা আমাৰ ॥

মহাভাৰতৰ পদ ৰচনাত ৰামসৰস্বতীক বিশেষ ভাবে কংসাৰি কৰি আৰু পুতেক গোপীনাথ পাঠকে সহায় কৰিছিল।

নৰনাৰায়ণৰ পিছত ৰামসৰস্বতী কামৰূপ ৰাজ্যলৈ আহি ৰাজধানী বিজয়নগৰত ৰঘুদেৱৰ ৰাজসভাৰ কবি স্বৰূপে কিছুকাল অতিবাহিত কৰে। তাৰ পিছত পৰীক্ষিত নাৰায়ণ আৰু ধৰ্ম্মনাৰায়ণৰ পৃষ্ঠপোষকতাত নানা পুথি ৰচনা কৰে। ধৰ্ম্মনাৰায়ণৰ পিছৰজন ৰজা সুন্দৰ নাৰায়ণৰ ৰাজত্ব কাললৈ তেওঁ কিছুদিন জীৱিত আছিল। নৰনাৰায়ণ, ৰঘুদেৱ, পৰীক্ষিত নাৰায়ণ, ধৰ্ম্মনাৰায়ণ আৰু সুন্দৰ নাৰায়ণ— এই পাঁচজন ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰি ৰামসৰস্বতীয়ে মহাভাৰতৰ উপৰিও বধকাব্য সমূহ, ভীম চৰিত আদি পুথি ৰচনা কৰি থৈ যায়। ৰামসৰস্বতীৰ সঠিক জন্ম মৃত্যুৰ তাৰিখ জনা নাযায় যদিও খৃষ্টীয় সপ্তদশ শতিকাৰ চতুৰ্থ দশকলৈ তেওঁ জীৱিত আছিল। নৰনাৰায়ণৰ ৰাজত্ব কালৰ শেষ ছোৱাৰ পৰা (নৰনাৰায়ণৰ ৰাজত্ব কাল ১৫৪০-১৫৮০) সুন্দৰ নাৰায়ণৰ ৰাজত্ব কালৰ আদি ছোৱালৈ এই ষাঠী সত্তৰ বছৰ ৰামসৰস্বতীৰ কাব্য চৰ্চ্চাৰ সময় ধৰিব পাৰি।

কাব্য সৃষ্টি— প্ৰাচীন অসমীয়া কবি সকলৰ ভিতৰত ৰামসৰস্বতীয়ে আটাইতকৈ বেছি পদ ৰচনা কৰে। তেওঁ ৰচনা কৰা পদৰ সংখ্যা মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰ দেৱতকৈও সৰহ। এই বাবেই ৰামসৰস্বতীক অসমীয়া ব্যাস আখ্যা দিয়া হৈছে। তেওঁৰ ৰচনাৰ জনপ্ৰিয়তাৰ কাৰণে পৰৱৰ্ত্তী দুই এজন অখ্যাত কবিয়ে পদ ৰচনা কৰি ৰামসৰস্বতীৰ নামত ভনিতা পেলাইছিল বুলি ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মাদেৱে অনুমাণ কৰে।

ৰামসৰস্বতীৰ ৰচনা সমূহ পণ্ডিতসকলে সাধাৰণতে দুটা ভাগত ভাগ কৰিছে। প্ৰথম ভাগত পৰে মহাভাৰতৰ পৰ্ব্বসমূহ আৰু মূল মহাভাৰতত



থকা আখ্যানবোৰৰ অসমীয়া ৰূপান্তৰ। দ্বিতীয় ভাগত পৰে হংসকাকী, যামল সংহিতা, শিৱৰহস্য আদি পুথিৰ সংগ্ৰহ কৰি অনা বুলি উল্লেখ থকা কৃষ্ণ মাহাত্ম্য প্ৰকাশক পাণ্ডৱৰ বীৰত্ব সম্পৰ্কীয় আখ্যানবোৰ। হংসকাকী, যামল সংহিতা, শিৱৰহস্য আদি পুথিবোৰ লুপ্ত পাইছে। কোনো কোনো পণ্ডিতে ধাৰণা কৰে যে জনসাধাৰণৰ মনত পৌৰাণিক আখ্যান বুলি বিশ্বাস জন্মাবলৈ উক্ত গ্ৰন্থকেইখনৰ নাম উল্লেখ কৰি গৈছে। প্ৰকৃততে হংসকাকী, যামল সংহিতা বা শিৱৰহস্য নামৰ কোনো গ্ৰন্থ নাছিল। গ্ৰন্থ কিখন থাকক বা নাথাকক, আখ্যানবোৰৰ বৈশিষ্ট্য অস্বীকাৰ কৰিব নোৱাৰি।

ৰামসৰস্বতীয়ে ৰচনা কৰা মহাভাৰতৰপৰ্ব্ব সমূহ হল— (১) আদি পৰ্ব্ব (২) সভা পৰ্ব্ব (কিছু অংশ পুত্ৰ গোপীনাথ পাঠকৰ দ্বাৰা ৰচিত) (৩) বন পৰ্ব্ব (৪) বিৰাট পৰ্ব্বৰ কিচক বধলৈ (৫) উদ্যোগ পৰ্ব্ব (৬) ভীষ্ম পৰ্ব্বৰ আধাৰ বেছি অংশ (৭) দ্ৰোণ পৰ্ব্ব (গোপীনাথ পাঠকৰ সহায়ত) (৮) কৰ্ণ পৰ্ব্ব (৯) গদা পৰ্ব্ব আৰু (১০) শান্তি পৰ্ব্ব। এই ৰচনাবোৰ মূল মহাভাৰতৰ অসমীয়া ৰূপান্তৰ যদিও আৱশ্যক বুজি কবিয়ে সহজ সৰল ভাৱে স্থান কাল আৰু পাত্ৰৰ উপযোগী কৰি বঢ়া-টুটা কৰিছে।

হংস কাকী, যামল সংহিতা, শিৱ ৰহস্য আদি গ্ৰন্থ আৰু নানা উপ পুৰাণৰ পৰা সংগ্ৰহ কৰি অনা বুলি উল্লেখ কৰা, মূল মহাভাৰতৰ লগত বিশেষ সম্পৰ্ক নথকা পাণ্ডৱৰ বীৰত্ব সম্পৰ্কীয় আখ্যানবোৰ হল— (১) বিজয় পৰ্ব্ব (২) মণিচন্দ্ৰ ঘোষ পৰ্ব্ব (৩) পুষ্প হৰ পৰ্ব্ব (৪) কালকুঞ্জ-শোষক বধ (৫) ভীম চৰিত (৬) বঘাসুৰ বধ (৭) কুলাচল বধ (৮) ভজ্মাসুৰ বধ (৯) জটাসুৰ বধ (১০) পাঞ্চালী বিবাহ (১১ সিন্ধুৰা পৰ্ব্ব (১২) ব্যাসাশ্ৰম (১৩) অশ্বকৰ্ণ বধ (১৪) খটাসুৰ বধ (১৫) ব্যঞ্জন পৰ্ব্ব। এই গ্ৰন্থসমূহৰ সৰহ ভাগেই বন পৰ্ব্বৰ অন্তৰ্গত। কবিৰ "জয়দেৱ কাব্য" গীত গোবিন্দৰ পদানুবাদ। অৱশ্যে কবিয়ে গীতগোবিন্দৰ কথা আৰু বৰ্ণনাৰ লগত ভাগৱতৰ ৰাস ক্ৰীয়াৰ কথাও সুমুৱাই দি জয়দেৱ কাব্য" বৈষ্ণৱৰ

আদৰণীয় কৰিবলৈ যত্ন কৰিছে। "লক্ষ্মণৰ শক্তিশেল" আৰু ভীম চৰিতৰ পৰ্য্যায়ৰ "ব্যাধ চৰিত" ৰামসৰস্বতী ৰচিত আন দুখন সৰু কাব্য।

ৰামসৰস্বতীৰ সকলো ৰচনাৰ ভিতৰত অতিজনপ্ৰিয় আৰু সৰল কাব্য হ'ল ভীম চৰিত। পৌৰাণিক আখ্যানৰ আলমত অসমীয়া গাৱঁলীয়া জীৱনৰ পটভূমিত এই অকনমানি কাব্যখন ৰচনা কৰা হৈছে। লঘু হাস্যৰসেই এই কাব্যৰ মূল বস্তু। আপোন ভোলা মহাদেৱৰ কৃষি কাৰ্য্য লগুৱা ভীমৰ দুষ্টালি আৰু পৰাক্ৰম ভীম চৰিত পুথিৰ মূল কথা বস্তু। এই কথা বস্তুকে কবিয়ে সৰ্ব্বসাধাৰণ পাঠকৰ মনোগ্ৰাহী বৰ্ণনাৰে জীৱন্ত আৰু আকৰ্ষনীয় কৰি তুলিছে। ৰাম সৰস্বতীৰ ৰচনাসমূহৰ ক্ৰম সঠিক ভাৱে নিৰ্ণয় কৰা সুকঠিন। কবিৰ আত্ম পৰিচয় প্ৰসঙ্গত পৃষ্ঠপোষক ৰজা সকলৰ কথা উল্লেখ কৰা লৈ চাই সাধাৰণ ভাৱে ক্ৰম এটা নিৰ্ণয় কৰিব পাৰি। "মহাভাৰতৰ আদি পৰ্ব্বৰ অনুবাদেই প্ৰথম ৰচনা নহলেও প্ৰথম পৰ্য্যায়ৰ ৰচনা" বুলি ডঃ শৰ্ম্মাই উল্লেখ কৰিছে। শান্তি পৰ্ব্বৰ "সাৱিত্ৰী উপাখ্যানেই" সম্ভৱতঃ কবিৰ শেষ ৰচনা; কিয়নো ইয়াত ধৰ্ম্মনাৰায়ণৰ পিছৰ ৰজা সুন্দৰ নাৰায়ণৰ প্ৰসস্তি পোৱা হৈছে। সুন্দৰ নাৰায়ণৰ ৰাজত্ব কালতে ৰাম সৰস্বতীৰ পৰলোক প্ৰাপ্তী হয়।

**কবিৰ বৈশিষ্ট্য—** মহাভাৰতৰ দৰে এখন সাগৰ সদৃশ পুথি সফলতাৰে অনুবাদ কৰা সাধাৰণ কথা নহয়। যথেষ্ট পৰিশ্ৰম, পাণ্ডিত্য আৰু কবিত্ব শক্তিৰ আৱশ্যক। তদুপৰি ডাঙৰ কথা হৈছে সমসাময়িক সমাজ তথা জনসাধাৰণৰ উপযোগী কৰি ৰচনা কৰা। ৰামসৰস্বতীৰ ৰচনা সকলো ফালৰ পৰা দোষ শূন্য বুলিব পাৰি। তেওঁৰ অনুবাদত গধুৰ তত্ত্বিচাৰ নাই, নিৰস ধৰ্ম্মমতৰ অযথা ব্যাখ্যা নাই। ধৰ্ম্ম, তত্ত্ব আৰু দৰ্শনৰ কথাবোৰ সৰ্ব্বসাধাৰণ পাঠকৰ বোধগম্য কৰি প্ৰাঞ্জল ভাষাত বৰ্ণনা কৰা হৈছে। ঘৰুৱা শব্দৰ সুন্দৰ প্ৰয়োগ, প্ৰসঙ্গক্ৰমে উপমাৰে বুজাই দিয়া পদ্ধতি আৰু নিখুঁত চিত্ৰ অঙ্কন ৰামসৰস্বতীৰ ৰচনাত বিশেষ ভাৱে মন কৰিব



লগীয়া।

বন পৰ্ব্বৰ অন্তৰ্গত ৰামসৰস্বতীৰ বধ কাব্য সমূহ এক প্ৰকাৰ ৰূপক কাব্য বুলি ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মাই অসমীয়া সাহিত্যৰ ইতিবৃত্ত"ত উল্লেখ কৰিছে। ডঃ বাণীকান্ত কাকতি দেৱেও "পুৰণি অসমীয়া সাহিত্য"ত কৈছে— "নানা কষ্টপ্ৰপীড়িত দৈত্য-দানৱ আদিৰ দ্বাৰাই সদায় আক্ৰান্ত বনচাৰী পাণ্ডৱ সকলৰ দুখ কাহিনীত ভক্ত কবি সকলে সংসাৰ তাপক্লিষ্ট ভৱ গহনচাৰী মোহপাশাচ্ছন্ন মানৱ জীৱনৰ প্ৰতিবিম্বহে উপলব্ধি কৰিছিল। পুৰণি কাব্যত পাণ্ডৱৰ বনবাস মানৱজীৱনৰ সংসাৰ যাত্ৰাৰ ৰূপক মাথোন।" আটাইবোৰ ৰূপক কাব্য হওক বা নহওক আখ্যান সমূহৰ এক স্বকীয় বৈশিষ্ট্য আছে। আজিৰ যুগৰ গল্প উপন্যাসৰ দৰে সেই কালৰ অসমীয়া জীৱনত অৱসৰ সময়ৰ চিত্তবিনোদনৰ আহিলা হিচাপে বধ কাব্য সমূহৰ স্থান অস্বীকাৰ কৰিব নোৱাৰি। ডঃ কাকতিয়ে ইয়াক ইউৰোপীয় সাহিত্যৰ মধ্যযুগীয় ৰোমান্সৰ লগত তুলনা কৰিছে। তদুপৰি এই বধ কাব্য সমূহৰ আখ্যানবোৰৰ মাজেদি সেই কালৰ ধৰ্ম্মপ্ৰাণ অসমীয়া জনগণৰ মনত ধৰ্ম্মৰ বীজ ৰোপণ কৰাত আৰু ধৰ্ম্মৰ প্ৰতি আনুগত্য স্বীকাৰ কৰাৰ ইন্ধন যোগাইছিল। মহাপুৰুষীয় বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰাও বধ কাব্যবোৰৰ আন এটি উদ্দেশ্য।

**অশ্বকৰ্ণ বধৰ কাহিনী—** কৌৰৱৰ হাতত লাঞ্ছিত হৈ পাণ্ডৱসকল বনবাসলৈ গৈ গোদাবৰী তীৰত উপস্থিত হ'ল। তাতে গৃহ সাজি কিছুদিন থাকিবলৈ ব্যৱস্থা কৰিলে। এদিনাখন ভীম-অৰ্জ্জুন মৃগয়ালৈ গৈ গাঁতত পৰা অৱস্থাত মায়াবিনী হেমা ৰাক্ষসীৰ দৰ্শন লাভ কৰে। হেমাৰ কাকুতি-মিনতিত ভোল গৈ কোমল হৃদয় ভীমাৰ্জ্জুনে তাইক গাঁতৰ পৰা উদ্ধাৰ কৰিবলৈ যাওঁতে তাই মায়াৰ চলেৰে দুয়োকে লৈ গৈ বিতল নগৰত উপস্থিত কৰালে। বিতল নগৰত উপস্থিত হৈ হেমাই আত্ম পৰিচয় দিলে যে তাই শিৱভক্ত উশীনৰ ৰজাৰ কন্যা অশ্বকৰ্ণ ৰাক্ষসে তাইৰ পিতৃ-মাতৃ, ৰাজ্য-ধন সকলো গ্ৰাস কৰি তাইক জীয়াই ৰাখিছে। তাই অশ্বকৰ্ণ ৰাক্ষসক

বধ কৰিবলৈ শিৱৰ আদেশত ভীম অৰ্জ্জুনক মায়া কৰি আনিব লগীয়া হৈছে। ইয়াৰ পিছত অশ্বকৰ্ণৰ লগত ভীমাৰ্জ্জুনৰ সাক্ষাৎ আৰু যুদ্ধ, যুদ্ধত অশ্বকৰ্ণক বলে নোৱাৰাত ভীমক হৰৰ শৰণ লবলৈ হেমাৰ অনুৰোধ, বৰাহ বিষ্ণুৰ গদাৰ সংবাদ, ভীমাৰ্জ্জুনৰ বৰাহ বিষ্ণুৰ স্তুতি আৰু গদা প্ৰাপ্তি, অশ্বকৰ্ণৰ পতন, হেমাৰ সৈতে ভীমাৰ্জ্জুনৰ শ্ৰীফল ভক্ষণ আদি বৰ্ণনা কৰা হৈছে। এইখিনিতে অশ্বকৰ্ণ বধ কাব্যৰ পৰিসমাপ্তি ঘটিব লাগিছিল। কিন্তু বৈষ্ণৱ কবিয়ে বিষ্ণু ভক্তিৰ মাহাত্ম্য প্ৰকাশ সম্পূৰ্ণ নোহোৱা যেন ভাবি কাহিনী ভাগ আগবঢ়াই নি বিতলপুৰ সম্পূৰ্ণকৈ ৰাক্ষসহীন কৰি সমাপ্তি ঘটাইছে। শ্ৰীফল ভক্ষণৰ পিছত হেমাই ভীম-অৰ্জ্জুনক শিৱৰ লগত সাক্ষাৎ কৰাবলৈ লৈ যাওঁতে বাটত অশ্বকৰ্ণৰ পুত্ৰ আৰু দৈত্য সৈন্যসকলৰ লগত যুদ্ধ, যুদ্ধত ভীম-অৰ্জ্জুনৰ হাতত অশ্বকৰ্ণৰ পুত্ৰ আৰু দৈত্য নিধন, ভীমাৰ্জ্জুনৰ শঙ্কৰ দৰ্শন আৰু দৈত্য দানৱ নিধনৰ বাবে আশীৰ্ব্বাদ প্ৰদান, অৰ্জ্জুনৰ ধনুশৰ আনিবলৈ শঙ্কৰৰ মায়াক গোদাবৰী তীৰলৈ প্ৰেৰণ, দানৱসকলৰ শিৱৰ থানত উৎপাত, দম্ভ পুত্ৰ শুম্ভৰ লগত ভীমাৰ্জ্জুন আৰু প্ৰমথ সেনাৰ যুদ্ধ, হৰ-পাৰ্ব্বতীৰ ৰণ যাত্ৰা, দম্ভৰ পুত্ৰৰ লগত অৰ্জ্জুনৰ যুদ্ধ আৰু নিধন, হৰৰ উপদেশ, হৰ-গৌৰীৰ আনন্দ, হেমাক অৰ্জ্জুনৰ হাতত অৰ্পণ, শেষত ভীমাৰ্জ্জুনৰ যুধিষ্ঠিৰৰ ওচৰত উপস্থিতি আৰু বিতল নগৰৰ সকলো কথাৰ বৰ্ণনা আদিয়ে কাব্যখনৰ মূল কাহিনী ভাগ ৰসাল কৰি তুলিছে।

**আলোচনা**—(অশ্বকৰ্ণ বধত ধৰ্ম্মৰ প্ৰভাৱ) বৈষ্ণ কবিৰ আন কাব্যসমূহৰ দৰে অশ্বকৰ্ণ বধ কাব্যৰো মূল হল বৈষ্ণৱ ধৰ্ম্মৰ আদৰ্শ আখ্যানৰ যোগেদি প্ৰচাৰ কৰা। বিষ্ণু ভক্ত পাণ্ডৱসকলক বনবাসতো পৰমেশ্বৰ শ্ৰীকৃষ্ণই সকলো দুখ-দুৰ্গতি, বিপদ-আপদ আৰু দৈত্য দানৱৰ অত্যাচাৰৰ পৰা ৰক্ষা কৰিছে। এতেকে বিষ্ণু ভক্তৰ ক'তো পৰাজয় নাই। তদুপৰি জগতত আসুৰিক শক্তিৰ পৰাজয়, ন্যায় সত্য, সাম্যভাৱৰ প্ৰতিষ্ঠাই হ'ল আন বধ কাব্যসমূহৰ দৰে অশ্বকৰ্ণ বধ কাব্যৰো মূল কথা। ধৰ্ম্মৰ আদৰ্শ প্ৰচাৰেই বৈষ্ণৱ কবিসকলৰ প্ৰধান উদেশ্য যদিও ৰাম-



সৰস্বতীয়ে সাহিত্য সৃষ্টিতহে বেছি গুৰুত্ব আৰোপ কৰা যেন অনুমান হয় তেওঁ শঙ্কৰ মাধৱ আদিৰ দৰে পোনপটীয়াকৈ ক'তো ধৰ্ম্মৰ কথা কোৱা নাই। গল্পৰ চলেৰেহে ধৰ্ম্মৰ মাহাত্ম্য শ্ৰীকৃষ্ণৰ মাহাত্ম্য প্ৰচাৰ কৰিছে। শঙ্কৰ মাধৱৰ অন্য "দেৱীদেৱ নকৰিবা সেৱ" আদৰ্শৰ পৰা ৰামসৰস্বতী অলপ ফালৰি কাটি আহিছে। তেওঁৰ লিখনিত শৈৱ ধৰ্ম্মৰ প্ৰভাৱ পৰিলক্ষিত হয়। ৰামসৰস্বতী জনগণৰ কবি। জন-সাধাৰণে যি বিচাৰে, যি ভাল পায় তেওঁ তাকেই দিবলৈ যত্ন কৰে। হৰ-পাৰ্ব্বতী জনগণৰ দেৱতা। সৰ্ব্বসাধাৰণ মানুহে হৰ-পাৰ্ব্বতীৰ কথা শুনি আনন্দ লাভ কৰে। সেই বাবেই হয়তো ৰামসৰস্বতীৰ লিখনিত শৈৱ ধৰ্ম্মৰ প্ৰভাৱ কিছু পৰিমাণে পৰিছে। কিন্তু বৈষ্ণৱ কবিয়ে নিজৰ আদৰ্শৰ কথা পাহৰি থকা নাই। কৈলাশক তেওঁ বৈকুণ্ঠৰ লগত তুলনা কৰিছে।

অনন্তৰে পাইলা গৈয়া হৰৰ আলয়।
দ্বিতীয় বৈকুণ্ঠ যেন সাজিয়া আছয়॥

আকৌ ভীমাৰ্জ্জুনৰ শঙ্কৰ-স্তুতিত বৈষ্ণৱ কবিৰ কল্পনা বিষ্ণু অভিমুখী হৈছে।

তুমি বৰদাতা
সুৰেন্দ্ৰৰ ধাতা
কালমূৰ্ত্তি বিভূষণ।
তোমাৰেসে অৱশে
প্ৰজাক নিয়মে
পালে মহা ৰাজাগণ॥

ইয়াত 'ধাতা' শব্দই প্ৰকৃতাৰ্থত ব্ৰহ্মা বা বিষ্ণুকহে বুজায় শিৱক নুবুজাই, শিৱৰ স্তুতিত এই শব্দ প্ৰয়োগ কৰি ৰামসৰস্বতীয়ে বিজত পাঠকক বৈষ্ণৱ ধৰ্ম্মৰ ইঙ্গিত দিছে। ইয়াৰ বাহিৰেও শঙ্কৰৰ দ্বাৰা ভীমাৰ্জ্জুনৰ আত্মৰক্ষা, হৰৰ উপদেশত "বিষ্ণুৰূপ" সম্বৰণ কৰা আদিত বৈষ্ণৱ ধৰ্ম্মৰ আদৰ্শৰ কথা ব্যক্ত কৰা হৈছে।

( সামাজিক চিত্ৰ )— অশ্বকৰ্ণ বধ কাব্যত ৰামসৰস্বতীয়ে সম-সাময়ীক অসমীয়া সমাজ আৰু অসমৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰাশিৰ এক মনোৰম বৰ্ণনা নিখুঁত ভাৱে দাঙি ধৰিছে।

দেৱাদিদের মহ দেৱৰ আলয় যি বৰ্ণনা কৰিয়ে দিছে, তাত অসমৰ কোনো এক প্ৰাচীন নগৰৰ চিত্ৰ হে যেন ফুটি উঠিছে। গছ-গছনি, ফল-মূল আদিও অসমৰ বনে-জঙ্ঘলে, ঘৰে-বাৰীয়ে পোৱা যায়।

তাল নাৰিকল গাছ শ্ৰীফলযে আৰু।
ৰসাল থৈকৰা, পদ্ম, বচি দেৱদাৰু ॥
গাছক আৱৰি সৱ ফল আছে ধৰি।
বাৰ মাসে লাগি থাকে জকমক কৰি ॥
অসংখ্যাত ভূত প্ৰেত পন্থ নিৰোধিয়া।
তাহাতে বঞ্চয় ফল ভুঞ্জি মধুময় ॥

ঐশ্বৰিক গুনখিনি বাদ দিলে হৰ পাৰ্ব্বতীক অসমৰ কোনো এখন চহকী গাওঁৰ মুখীয়াল যেন ধাৰণা হয়। সেইদৰে ভীম অৰ্জ্জুনক ঈশ্বৰ বিশ্বাসী সাহসী অসমীয়া ডেকা, হেমাক অসমীয়া ৰূপৱতী বুদ্ধিমতী গাভৰু যেন লাগে।

ইয়াৰ বাহিৰেও কাব্য খনৰ আৰম্ভণিৰ পৰা শেষলৈ অসমৰ প্ৰাকৃতিক সৌন্দৰ্য্য চৰিত্ৰ সমূহৰ কথা বাৰ্ত্তা, চাল-চলনত অসমীয়া মানুহৰ প্ৰকৃতি সুন্দৰকৈ ফুটি উঠিছে।

কবিয়ে প্ৰসঙ্গ ক্ৰমে ৰাজনীতি, ধৰ্ম্মনীতি বিষয়ক কথাও উপদেশৰ চলেৰে প্ৰকাশ কৰিছে।

তাকে ৰাজা বুলিয় যে জানাহা সম্প্ৰতি।
মন্ত্ৰীৰ অধিন সিটো জানিবা নৃপতি ॥
(ৰাজনীতি বিষয়ক)

মিলিবে মৰণ কাল অজাগৰে গিলে।
ধন জন পুত্ৰ দাৰা ৰহিবে সকলে ॥

বিনা পূজা ধ্যানে তাঙ্ক দেখিকি নেদেখি।
মনুষ্য শৰীৰ অতি পূৰ্ব্বজন্মে লেখি ॥
হেন জানি প্ৰাণী হিংসা এৰি আনমত।



সদায় কৃষ্ণৰ নাম লৈয়োক মুখত ॥
(ধৰ্ম্মনীতি বিষয়ক)

(ৰস)— অশ্বকৰ্ণ বধ কাব্য মূলতঃ বীৰ-ৰসাত্মক কাব্য যদিও ইয়াত বীৰ ৰসৰ বাহিৰেও ভয়ানক, ৰৌদ্ৰ, করুণ আৰু শান্ত ৰসৰ সমাবেশ ঘটিছে। দৈত্য-দানৱ সকলৰ বৰ্ণনাত ভয়ানক ৰস ভীমাৰ্জ্জুনৰ আৰু শঙ্কৰৰ লগত যুদ্ধ কৰা অৱস্থাত ৰৌদ্ৰ ৰস, হেমাৰ আত্মপৰিচয়ত করুণ ৰস আৰু শঙ্কৰৰ উপদেশ তথা ভীম অৰ্জ্জুনৰ শঙ্কৰ স্তুতিত শান্ত ৰস ফুটি উঠিছে।

(ভাষা আৰু অলঙ্কাৰ)— ৰাম সৰস্বতীৰ ভাষা কথিত অসমীয়া ভাষা। শঙ্কৰ-মাধৱৰ দৰে ৰাম সৰস্বতীয়ে ব্ৰজাৱলী ভাষা ব্যৱহাৰ কৰা নাই। ইয়াৰ কাৰণ দুটা হব পাৰে। এক ৰাম-সৰস্বতী ব্ৰজাৱলী ভাষাত গুৰুদুজনাৰ দৰে সিদ্ধহস্ত নাছিল। দুই ৰামসৰস্বতীৰ মূল উদ্দেশ্য জনসাধাৰণক সাহিত্যৰ সোৱাদ দিয়া। গতিকে তেওঁ জনসাধাৰণে বুজি পোৱা ভাষা ব্যৱহাৰ কৰিছে।

ৰামসৰস্বতীৰ ভাষাত তৎসম শব্দতকৈ তদ্ভৱ শব্দ, আৰু দেশীয় শব্দৰ প্ৰয়োগ সৰহ। ভাষা সহজ সৰল আৰু সাৱলীল।

অশ্বকৰ্ণ বধত শ্লেষ, বক্ৰোক্তিৰ প্ৰয়োগ দুই এঠাইত আছে যদিও পাৰ্য্যমানে কঠিন অলঙ্কাৰৰ ব্যৱহাৰ তেওঁ পৰিহাৰ কৰিছে। সহজ সৰল উপমাৰ বহল প্ৰয়োগ অশ্বকৰ্ণ বধত পোৱা যায়। উদাহৰণ স্বৰূপে কেইটিমান উল্লেখ কৰা যায়।

১। যেহেন গৰুড়ে গিৰিশৃঙ্গ ঠোঁটে লৈলা।
অৰ্জ্জুনক ধৰি আলাগতে তুলি নিলা ॥
২। আনয় পৰিঘা যেন লাখুটি তাহাৰ।
৩। সেহি সবে শৰবৃষ্টি কৰে নিৰন্তৰ ॥
শ্ৰাৱন মাসত যেন মেঘে বৰিষয়।
৪। সৰ্ব্বভাৱে হৰি ভক্তক ৰাখন্ত
যেহেন পুত্ৰক মাৰ ॥

ইত্যাদি।

॥ ওঁ নমো গণেশায় ॥

# অশ্বকর্ণ বধ



## প্ৰস্তাৱনা

### পদ

জয় জয় কৃষ্ণ বান্ধৱ মাধৱ।
ভকত বৎসল হৰি দয়াল যাদৱ।
হেন মাধৱৰ পদে কৰোঁ নমস্কাৰ।
ৰচিলো পাতালী খণ্ড কথা মধ্যে সাৰ ॥১
পৰম পুৰুষ ধনঞ্জয় অৱতৰি।
খণ্ডিলা ভূমিৰ ভাৰ দানৱক মাৰি ॥
পূৰ্ব্বে কৃষ্ণে পাণ্ডৱক পঠাইলা বনে।
খণ্ডিলা ভূমিৰ ভাৰ যত দেৱগণে ॥২
পৃথিবীৰ অন্তে আছে যত দৈত্যগণ।
তাক অৰ্জ্জুনৰ হাতে কৰাইলা ছন ॥
এহিসব কথা শিৱে বৰাহক পাই।
ব্যাস মহামুনি কহিলেক ঠাই ঠাই ॥৩
ইহাকেসে চাহি আমি ৰচিবো কেৱলে।
মধু দধি যেন স্বাদ অতিশয় মিলে ॥
এতেকে কহিবো পাণ্ডৱৰ গুণচয়।

তাতে কৃষ্ণ চৰিত্ৰ অমৃত মনোময় ॥৪
জয় দিকপাল নমো কৃষ্ণ কৃপাময় ।
জগতৰ মুখ্য হেতু ভৈলন্ত উদয় ॥
কটাক্ষতে সৃষ্টি স্থিতি কোটি কোটি যাৰ ।
হেন পূৰ্ণব্ৰহ্ম ৰূপে নৰ অৱতাৰ ॥৫
যাহাৰ চৰণ দুই ধৰি হৃদয়ত ।
কৰিবোহো পঞ্চ পাণ্ডৱৰ কথা যত ॥
পাছে জন্মেজয় কথা কৰিয়া প্ৰণতি ।
পাণ্ডৱ-চৰিত্ৰ কথা শুনে একমতি ॥৬
স্বৰ্গ হন্তে আসি যেবে বীৰ ধনঞ্জয় ।
তেবে কোন বনে গৈলা পাণ্ডু পুত্ৰচয় ॥
কোন কৰ্ম্ম কৰিলন্ত কোনোবা স্থানত ।
কহিয়োক মুনি শুনো পাছে কথা যত ॥৭
শুনি বৈশম্পায়নে কৰিলন্ত সধুৰ্ব্বাদ ।
বোলয় নৃপতি কথা ভৈল অপ্ৰমাদ ॥*
মহাগোপ্য কথা যে মহন্ত পাণ্ডৱৰ ।
হেন জানি দ্বৈপায়নে কৰিলা প্ৰচাৰ ॥৮
পূৰ্ব্বে এহি কথা কৈলা মাৰ্কণ্ডেয়*আগে ।
আমাক পঢ়াইলন্ত গুৰু যেন লাগে ॥
বনপৰ্ব্ব দুঃখ কথা পাতালী খণ্ডৰ ।
শুনিবা দাৰুণ কৰ্ম্ম ভীম অৰ্জ্জুনৰ ॥৯
কিনো মোৰ মহাভাগ্য তোমাত কহিবো ।
শ্ৰীকৃষ্ণ দেৱৰ কথা গুণ প্ৰচাৰিবো ॥
জগততে প্ৰচাৰ হৈবেক নিৰন্তৰ ।
আকে শুনি ভণি তৰিবেক সব নৰ ॥১০
মহাগুৰু ত্ৰিনয়ন কাল মূৰ্ত্তি হৰ ।

* অপ্ৰমাদ— স্থিৰ, অপ্ৰমত্ত ।
* মাৰ্কণ্ডেয়— এজন মুনি ।



বৈষ্ণৱৰ মধ্যে শ্ৰেষ্ঠ নাহি তান পৰ ॥
তাহাৰ চৰিত্ৰ কথা শুনি মোক্ষ পায় ।
হেন জানি স্থিৰ চিত্তে শুনা মহাৰায় ॥১১
যেনমতে ভীম অৰ্জ্জুনক মায়া কৰি ।
হেমাশ্ৰয়া ৰাক্ষসী বিতলে নিলা হৰি ॥
অশ্বকৰ্ণ ৰাক্ষসক যিমতে বধিলা ।
যেনমতে মহেশ্বৰে তাক দেখা দিলা ।
পঞ্চ ভাই শৰে হানি কুন্তীৰ তনয় ।
যিমতে মাৰিলা সব দৈত্য সেনাচয় ॥১২
সমস্তে কহিবো ৰাজা তোমাৰ আগত
ইটো কথা আৰে নাহি কৰিবো বেকত ॥১৩
ভাৰত ভূষণে বোলে আমি অল্প জন ।
পাতালী খণ্ডৰ কথা অতি বিতোপন ॥
আৰ বঢ়া টুটা দোষ ক্ষমা মহাজন ।
ইহাক শ্ৰৱণ কৰিয়োক একমন ॥১৪
মিলিবে মুকুতি পূৰ্ণ হৈবে মনস্কাম ।
বৈষ্ণৱ চৰিত্ৰ কৃষ্ণ-নাম অনুপাম ॥
হেন জানি নৰ লোকে এৰা আন কাম ।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥১৫

---

## গোদাবৰী-তীৰত পাণ্ডৱসকলৰ অৱস্থান ।

### পদ

বৈশম্পায়ন বদতি শুনা সাৱধানে ।
পাতালত কোন কৰ্ম্ম কৰিলা অৰ্জ্জুনে ॥
স্বৰ্গত আছিলা যদি বীৰ ইন্দ্ৰ-সুত ।
হেমন্ত গিৰিত যাই ভৈলা উপস্থিত ॥১৬

কত দিন ফুৰি গোদাবৰী নদী পায়।
গৃহ সাজি তহিতে আছিলা মহাৰায় ॥
এক দিনা মহাৰাজ ধৰ্ম্ম নৰেশ্বৰ।
বোলে আমাসাৰ কিবা হৈবে অথন্তৰ ॥১৭
মনতে প্ৰমাণ মই লভিছো নিশ্চয়।
নজানো কৃষ্ণদেৱে কি বিধিনি মিলায় ॥
ধনঞ্জয় বোলে দদা নকৰা সংশয়।
ঈশ্বৰৰ ইচ্ছা কোনে বাধিবে পাৰয় ॥১৮

ভীম-অৰ্জ্জুনৰ মৃগয়ালৈ গমন।

এহিমতে আছিলেক দিন কতোমান।
পাছে মৃগ মাৰিবাক গৈলা দুয়োজন ॥
ভীম ধনঞ্জয় মৃগ মাৰিবাক গৈলা।
শুনা তাসম্বাৰ* তৈত যেন কথা ভৈলা ॥১৯
শোভন কুসুমবন দেখিতে বিস্ময়।
আকাশ লঙ্ঘিয়া তাৰ সুঘ্ৰাণ বহয় ॥
ভ্ৰমৰাই ৰাৱ কাঢ়ে কোকিলে ডাকয়।
ছয় বায়ু এক স্থানে মলয়া বহয় ॥২০
আনন্দ মিলয় অতি ব্ৰহ্মাণ্ড চাহিয়া*।
দৰ্পণৰ ছাঁয়া যেন আছয় দেখিয়া ॥
ফুৰন্তে ভ্ৰমন্তে আসি গোধূলি মিলিলা।
তহিতে ৰহিলা আসিবাক নপাৰিলা ॥২১
বঞ্চিলা ৰজনী এক বৃক্ষৰ তলত।
ৰজনীৰ শেষে সূৰ্য্য উদয় ভৈলন্ত ॥
জল বিচাৰিয়া আনি স্নানিতে লাগয়।

* তাসম্বাৰ— তেওঁলোকৰ।
* চাহিয়া— চায়, লক্ষ্য কৰি।



দুঃখমনে ৰাজাসমে অসুখ কৰয় ॥২২
এহিমতে বিচাৰন্তে দুই ভাই।
প্ৰহৰেক মান বেলা গৈলা সেহি ঠাই ॥

———

গাঁতত পৰা অৱস্থাত
মায়াবিনী হেমা ৰাক্ষসী দৰ্শন।

বৈশম্পায়ন বদতি শুনিয়ো নৰোত্তম।
সি কালত তাসম্বাৰ ভৈলন্ত বিভ্ৰম ॥২৩
জলক চাহন্তে এক গৰ্ত্তক দেখিলা।
ধীৰে ধীৰে দুই বীৰ সমীপ চাপিলা ॥
নিৰীক্ষি চাহয় দুয়ো কত দূৰ মান।
ৰেণু ৰেণু দেখিলেক অপেস্বৰাগণ ॥২৪
চাহন্তে চাহন্তে কান্তি অধিকে জ্বলয়।
ৰাক্ষসীৰ মায়া সিটো মনে নজানয় ॥
ত্ৰৈলোক্যমোহিনী কন্যা ৰূপে অনুপাম।
মুনিৰ মনক মোহে জ্বলে চন্দ্ৰ সম ॥২৫
কটাক্ষে নিৰীক্ষি অল্প কৰিয়া হাসয়।
উঠিবাক লাগি যেন আকুতি কৰয় ॥
দেৱাঙ্গ-ভূষণ যেন কৰি পৰিধান।
অল্প অল্প কৰিয়া যে কৰয় হসন ॥২৬
হৰি হৰি বিধি দুঃখ দিলা ললাটত।
কিমতে তৰিবো ইটো দাৰুণ গৰ্ত্তত ॥
যুগুতি কৰিয়া পাছে উপৰক চাই।
দুই জন উত্তম পুৰুষ ভেট পাই* ॥২৭
মনে মনে বোলে মোৰ বিধি সুপ্ৰসন্ন।
ইহাকে পাতালে লৈয়া কৰিবো গমন ॥

* ভেট পাই— দেখা পাই।

দেৱ কি মনুষ্য লাগে যেহি কিছো হৌক।
মোহোন্দি মায়াত কোন জন স্থিৰ হৌক ॥২৮
অনন্তৰে অৰ্জ্জুনে ভীমক মাতিলন্ত।
দেখিয়ো আশ্চাৰ্য্য কন্যা কূপতে আছন্ত ॥
হেন ৰূপৱতী কন্যা দেখিলা আপুনি
গৰ্ত্তৰ ভিতৰে পশি আছে কিবা গুণি ॥২
তাত হন্তে সেহি কন্যা মাতে ধীৰে ধীৰে।
কোন তোৰা দুই জন কহিয়ো সত্বৰে ॥
পৰি আছো মহাঘোৰ কূপে দেখা তুমি।
যেহি তোলে তাহাক কৰিবো নিজ স্বামী ॥৩০
দেৱ অপেস্বৰা মই হেমা নামে খ্যাত।
ঢক্কামাৰি* সখীগণে ফেলিলা গৰ্ত্তত ॥
নুতুলিলে তিৰীবধ মহাপাপ লাগে।
আমাক তুলিয়া তুমি নিয়া যৈকে লাগে ॥৩১
অৰ্জ্জুনে বোলন্ত দদা কৰিয়ো যতন।
কূপ হন্তে ত্ৰাণ কৰা অপেস্বৰা প্ৰাণ ॥
বৃকোদৰে বোলে বাপু বুজন নযায়।
দেখিয়ো ইহাৰ পৰিবাৰ চিহ্ন নাই ॥৩২
কিবা মায়া ৰাক্ষসী আছন্ত হেন ভাৱে।
পৰিবাৰ চিহ্ন নেদেখোহোঁ এহি ঠাৱে ॥
অৰ্জ্জুন বদতি দদা কহিলাহা ভাল।
আৰব্ধ হোৱয় পাপ* পৰম বিশাল ॥৩৩
আমি দুই জন যদি নাসো ইথানক।
নেদেখিলে নাহি দোষ জানিবা ইহাক ॥
হেন শুনি তাই পাছে বুলিলা বচন।
যদি মোক নোতোলা তোমৰা দুই জন ॥৩৪

* ঢক্কামাৰি— ঠেলামাৰি, ঢাক্কামাৰি।
* আৰব্ধ হোৱয় পাপ—পাপ হব



ইটো মহাপাতকে সবংশে যাইবা তল।
এতেকে তোমৰা দুই সাধিয়ো কুশল ॥

ৰাক্ষসীক তুলিবলৈ যত্ন কৰোতে ভীম অৰ্জ্জুনৰ
গাঁতত পতন আৰু বিতল নগৰত প্ৰবেশ।

বৈশম্পায়ন বদতি শুনা নৃপবৰ।
পাপক সংশয় মহা মহন্ত সবৰ ॥৩৫
এহি শুনি দুই বীৰে নুবুজি কাৰণ।
দুৰাচাৰী ৰাক্ষসীক তুলিবাক মন ॥
ঈশ্বৰৰ ইচ্ছায়ে যে বুদ্ধি চুৰ ভৈল।
দুৰাচাৰী ৰাক্ষসীক তুলিবাক গৈল ॥৩৬
অৰ্জ্জুনক আদেশ কৰিলা বৃকোদৰ।
মায়াবী ৰাক্ষসী শুনি দিলন্ত উত্তৰ ॥
আগে বড়জনে ধৰি তুলিয়ো আমাক।
তবে দোষ নাহিকয় জানিবা ইহাক ॥৩৭
যদি আগে ছোট জনে আমাক তোলহ।
ভাতৃ বধূ ভৈলে হৈব কিমতে বিবাহ ॥
ঋষি সবে কহিয়াছে জানা সৰ্ব্বজন।
হোৱে ভাৰ্য্যা হস্তোদক বিবাহ কাৰণ* ॥৩৮
এহি শুনি দুহান্তৰ মন ৰঙ্গ ভৈলা।
অনন্তৰে বায়ুসুত আগ বাঢ়ি গৈলা ॥
ৰাক্ষসীৰ মায়া কিছু নুবুজি মনত।
ফেলাইলা ধনুখান দাৰুণ গৰ্ত্তত ॥৩৯
দাৰুণ দুৰ্জ্জয় মায়া ৰাক্ষসী কৰিলা।
ধনু সমে ভীমসেন দুহকি পৰিলা ॥

* হোৱে ভাৰ্য্যা হস্তোদক বিবাহ কাৰণ— ভাৰ্য্যাৰ হস্তোদকেই বিবাহ স্বৰূপ

ত্ৰাহি ধনঞ্জয় বাপু থাম্প মাৰি ধৰ ।
ধনু কন্যা সমে খসি পড়োহোঁ সত্বৰ ॥৪০
আথে বেথে অৰ্জ্জুনে থাম্প মাৰি ধৰে ।
ৰাক্ষসীও ধনু আগে ধৰে দৃঢ় কৰে ॥
দুইখান ধনু দুই ভাতৃৰ হাতত ।
দুহকি পড়িল পাছে দাৰুণ গৰ্ত্তত ॥৪১
দুই বীৰে মিলি ধৰি অনেক টানিলা ।
ভাগৰ লাগিয়া তুলিবাক নপাৰিলা ॥
যিটো বীৰে তুলি পৰ্ব্বতক হানে দলি ।
মনুষ্য মধ্যত তাঙ্ক সম নোহে বলী ॥৪২
ধনঞ্জয় বীৰ তিনি জগতে বাখানে* ।
ত্ৰাস হুয়া আছে হৰ যাহাৰ সন্ধানে ॥
হেন দুই বীৰক ৰাক্ষসী মায়া বলে ।
পৃথিবী এড়ায়া ছলি* নিলেক পাতালে ॥৪৩
দেখা জন্মেজয় কৃষ্ণ লীলাৰ মহত্ব ।
যাত হন্তে সৃষ্টি স্থিতি হোৱন্ত বেকত ॥
মহাপুৰুষৰ জানা ইচ্ছা মাত্ৰ কত ।
দুই ভাই প্ৰবেশিলা দাৰুণ গৰ্ত্তত ॥৪৪
ৰাক্ষসী শৰীৰ প্ৰকাশিয়া যায় জ্বলি ।
বিজুলী চমকে আলাগতে* নেই তুলি ॥
দিবা ৰাত্ৰি নজানয় গৰ্ত্তৰ ভিতৰে ।
ছয় দিনে পাইলেক বিতল নগৰে ॥৪৫
দিব্য-ৰত্ন পুৰী খান বহল বিস্তৰ ।
সঞ্চাৰ নাহিকে তাত মনুষ্য প্ৰজাৰ ॥
নাহি দিন ৰাত্ৰি চন্দ্ৰ সূৰ্য্যৰ আভাস ।

* বাখানে— প্ৰসংশা কৰে, বখানে
* ছলি— ছলনা কৰি
* আলাগতে— আলাসতে



হৰিদ্ৰাৰ* বৰ্ণ সিটো থানৰ প্ৰকাশ ॥৪৬

ৰাক্ষসীৰ ভীম-অৰ্জ্জুনৰ লগত কথোপকথন ।

কান্ধৰ নামাই পাছে দুহান্তক থৈলা ।
দিব্য ৰূপ ধৰি তাই মাতিবাক লৈলা ॥
তোমাসাক আনি আছো স্থানে আমাসাৰ ।
জীৱনক আশা তোৰা নকৰিবা আৰ ॥৪৭
অশ্বকৰ্ণ নামে মোৰ স্বামী ৰাক্ষসৰ ।
হেমা কন্যা নাম মোৰ জানা সাৰে সাৰ ॥
কোমল মনুষ্য দুয়ো দেৱতো উত্তম ।
তোমাসাক দেখি মোৰ মনে ভৈলা ভ্ৰম ॥৪৮
বৈশম্পায়ন বদতি শুনা নৰেশ্বৰ ।
হেন শুনি কোপে মাতিলন্ত বৃকোদৰ ॥
হাঁ ওৰে পাপিষ্ঠী দুৰাচাৰী নিশাচৰী ।
আমাক আনিলি কেনে ঘোৰ মায়া কৰি ॥৪৯
কহো শুন আমি ভীম অৰ্জ্জুন মহত ।
ৰাক্ষস পিশাচ সমস্তকে কৈলো হত ॥
যুধিষ্ঠিৰ ৰাজাক বাখানে দেৱগণে ।
আমি দুই ভাৰ সম নাহি ত্ৰিভুবনে ॥৫০
তোৰ সম ৰাক্ষসী কতবা কৈলো হত ।
তোৰ কাল ভৈলো এন্তে দাৰুণ গৰ্ত্তত ॥
যাতো অপেস্বৰা বুলি ভাণ্ডনা কৰিলি ।
মন্দ বুদ্ধি তই ইটো থানক আনিলি ॥৫১
এতিক্ষণে তোক আমি মাৰিবাক পাৰো ।
কিন্তু ই ঘোৰ গৰ্ত্তত উঠিতে নাপাৰো ॥
শুনি মন কষ্ট ভৈলা ৰাক্ষসী হেমাৰ ।

* হৰিদ্ৰা— হালধিয়া, সেউজীয়া

ইহাৰ বধৰ ভাৰ লাগিবে আমাৰ ॥৫২
মনত বোলন্ত মোৰ অন্যায় মিলিল।
আসম্বাৰ মহাপাপ আমাত লাগিল ॥
আৰ দুই বধ মোত সিজিল * দুৰ্ব্বাৰ।
অশ্বকৰ্ণ স্বামী সমে ভুঞ্জিবোক আৰ ॥৫৩
ইহাক ৰক্ষাৰ কিছু নাহিকে শকতি।
আসম্বাৰ জন্ম কৰ্ম্ম পূছোহোঁ সম্প্ৰতি ॥
কতোবেল্লি মানে যায় মনত গুণিলা।
কমললোচন হেন অমৃত সিঞ্চিলা ॥৫৪
মাতিবে লাগিলা তাই অল্প কৰি আতি।
তোৰা দুহান্তৰ মোত কহা জন্ম জাতি ॥
কি কাৰণে বনত ফুৰাহা দুই জন।
ভাৰ্য্যা পুত্ৰ আদি কিবা আছে বন্ধুজন ॥৫৫
ভীমে বোলে জানা তই নাৰী অল্পজন।
তোৰ আগে কহিবাক কিবা প্ৰয়োজন ॥
তথাপিতো তই যেবে পুছিলি বিনয়।
অল্পমান কৰি তোত কহিবো নিশ্চয় ॥৫৬
যুধিষ্ঠিৰ ৰাজা পাণ্ডু বংশে জন্ম জাত।
তান চাৰি ভাতৃ আমি জগতে প্ৰখ্যাত ॥
জানা ভীমসেন মোক ত্ৰিভুবনে জানি।
বঘাসুৰ বণ খান পুৰি আছো ছানি ॥৫৭
মোৰ ছোট ভাই এহি বীৰ ধনঞ্জয়।
কৃষ্ণ সমে সখি তাৰ জানিবা নিশ্চয় ॥
জগতৰ নাথ যিটো দ্বাৰকাপুৰীৰ।
লক্ষ্মী সম যাৰ ভাৰ্য্যা ষোড়শ হাজাৰ ॥৫৮
তেহো সমে সখি মোৰ এহি অৰ্জ্জুনৰ।
নছাৰন্ত সঙ্গ তেহো বনৰ ভিতৰ ॥

* সিজিল— সম্পন্ন হোৱা



দ্ৰুপদ ৰাজাৰ কন্যা ৰূপে গুণে খ্যাত।
পৰমা সুন্দৰী চন্দ্ৰ মণ্ডলত জাত।৫৯
ধৰ্ম্মনৃপতিৰ সঙ্গে আছে সেহি ঠাই।
জয়ন্তা কুমাৰ* আছে সেহি দুই ভাই ॥
পৰম বলিষ্ঠ বাসবকো শঙ্কা নাই।
যাজ্ঞসেনী সুন্দৰী যাৰ উপমা নাই ॥৬০
হেন শুনি হেমা কন্যা ভীমৰ বচন।
মকামকি* কৰি দুঃখে কৰিলা ক্ৰন্দন ॥
তাৰ দুঃখ দেখি চাহি আছে দুই ভাই।
অৰ্জ্জুনে মাতন্ত পাছে ৰাক্ষসীক চাই ॥৬১
কিসক কান্দস অৰে ঘোৰ নিশাচৰী।
কহা কথা আমাত ক্ৰন্দন পৰিহৰি ॥
আনিয়াছা ঘোৰ মায়া কৰিয়া প্ৰচণ্ড।
দাৰুণ কৰ্ম্মত হুয়া আছ লণ্ড ভণ্ড॥৬২
হেমা কন্যা বোলে দেৱ শুনিয়ো বচন।
মোৰ কথা কহো যেবে শুনা দুই জন ॥
কাৰণে সে তোমাসাক আনিছো ইঠায়।
অৰণ্যে যাইতে পাৰা তোৰা দুই ভাই ॥৬৩
শুনা সৰ্ব্বজন পদ পাতালী খণ্ডৰ।
পাণ্ডৱৰ যশ ৰা শ .বধ ৰাক্ষসৰ ॥
কহয় ভাৰতচন্দ্ৰ কৃষ্ণৰ কিঙ্কৰে।
বোলা হৰি হৰি সভাসদ সব নৰে ॥৬৪

———

* জয়ন্তা কুমাৰ— নকুল, সহদেৱ।
* মকামকি— থোকাথুকি।

হেমা ৰাক্ষসীৰ পৰিচয় প্ৰদান।

## দুলড়ী

মুনিয়ে বোলন্ত, শুনা জন্মেজয়,
আছিলেক কথা যত।
পাছে হেমা কন্যা, কহিবে লাগিলা,
পূৰ্ব্ব কথা অদভূত॥
উশীনৰ নামে ৰাজা আছিলেক
ইন্দ্ৰ নোহে সৰি বৰি * ।
পৰম প্ৰচণ্ড লক্ষেক নৃপতি
আছিলেক সেৱা কৰি॥৬৫
মহা বিচক্ষণ বৃকোদৰ পুৰী*
শঙ্কৰে বান্ধিয়া দিলা।
ৰত্নময় পুৰী অলঙ্কৃত কৰি
চৌচাল গৃহ সাজিলা॥
দিব্য পুৰী খান পৰম সুঠান
ষাঠী প্ৰহৰৰ পথ।
চক্ৰাকাৰ কৰি বিশ্বকৰ্ম্মে তাক
দিলা যেন পুষ্প ৰথ।৬৬
পঞ্চখান দ্বাৰ বিচিত্ৰ কৰিয়া
স্ফটিক কপট* দিলা।
দিবস ৰজনী পৃথক নজানি
দেৱশিল্পীয়ে ৰচিলা॥
ঘাট বাট কৰি ৰত্নময় পুৰী
নিৰ্ম্মিলা উপমা নাই।

---

* সৰি বৰি— শ্ৰেষ্ঠ নহয়।
* বৃকোদৰ পুৰী— বৃহৎ, ডাঙৰ।
* কপট— দুৱাৰ।



হৰৰ কৃপাত পৰম যতনে
সাজে বিশ্বকৰ্ম্মা ৰায়॥৬৭
উশীনৰ ৰাজা ভাৰ্য্যা দুই শত
তান পুত্ৰ ষোল জন।
সবাৰো মধ্যত অপেশ্বৰা গৰ্ভে
ভৈলো মই উতপন॥
ষোল পুত্ৰ মাজে মই জীউ মাত্ৰ
আমাক স্নেহ সবাৰ।
পৰম যতনে বিচাৰি চাহিলা
আমাক লাগিয়া বৰ*॥৬৮
তাহাৰ মহত্ব কতবা কহিবো
হৰগৌৰী প্ৰসাদত।
অহোৰাত্ৰি যিটো ভকতি কৰন্ত
শঙ্কৰৰ চৰণত॥
মহা মনোহৰ ঘৰ বাৰী কৰি
সজাইলেক ইটোথান॥
দশত মাহত অনন্ত প্ৰভুক*
ৰাজাই ধৰে যোগান॥৬৯
কোটি সহস্ৰেক পাৰিষদ সমে
বাদ্য ভাণ্ড বোলে অতি।
বৃষভত চড়ি আছন্ত গোসাঁই
লগত দেবী পাৰ্ব্বতী॥
আমাক স্নেহত সখী বোলে ৰঙ্গে
আঙ্গুলি চুম্বন কৰি।
মহামায়া দেবী মোৰ নিজপ্ৰাণ
নাহি তান সম বৰি*॥৭০

---

* বৰ— দৰা।
* অনন্ত প্ৰভু— অনন্ত নাগ * বৰি— ডাঙৰ

এহি স্তারে পিতৃ বহুত সন্তাবে
তাঙ্ক পুজি বঙ্গ মন।
কতো বেলি থাকি দের ত্রিপুৰাৰি
কৰন্ত পাছে গমন॥
এহিমতে কতো কাল বহি গৈল
সহস্র বিংশ বৎসৰ।
সৰ্ব্ব কালে যুবা হুয়া থাকিবেক
মোহোক দিলন্ত বৰ॥৭১
—×—

হেমাবদ্বাৰা অশ্বকৰ্ণৰ বিৰৱণ কথন।

পদ

বৈশম্পায়ন বদতি শুনা জন্মেজয়।
হেমা কন্যা উশীনৰ কথাক কহয়॥
হেন শুনি ধনঞ্জয় বুলিলা ৰচন।
আৰ পাছ কথা কহো শুনাহা কাৰণ॥৭২
মনুষ্যৰ নাৰী হুয়া আছাহা ৰেকত।
কি কাৰণে হেন কাৰ্য্য কৰিলি সতত।
হেমা বোলে প্ৰভু এবে কহো কথা সাৰ।
যতেক আছয় সব কহিবোহো আৰ॥৭৩
ভূমিতলে আছে দৈত্য দানৱ সকল।
বড় বড় বীৰ সব যুবত সবল॥
অশ্বকৰ্ণ নামে এহি ৰাক্ষস দুৰ্ব্বাৰ।
বিধবা ব্ৰাহ্মণী গৰ্ভে জনম তাহাৰ॥৭৪
দৈত্যৰ ঔৰষে ব্ৰাহ্মণীত জন্ম তাৰ।
শঙ্কৰক অশ্বকৰ্ণে পূজিলা বিস্তৰ॥
তান্ত * ৰব পায়া আছে ত্ৰৈলোক্য জিনিতে।

* তান্ত— তেওঁৰ



কাৰো হাতে বধ তাৰ নাহি কদাচিত॥৭৫
তাৰ মৰণৰ ছিদ্ৰ মনুষ্যত থৈলা।
এহিমতে কথা তাৰ শুনা যেন ভৈলা॥
নৰ নাৰায়ণে ভাৰ হৰিৰাক তৰে।
যি কালত ভাৰতত আসি জন্ম ধৰে॥৭৬
সি সৱৰ হাতে তাৰ মৰণ হৈবেক।
এহি বৰ খানি ছিদ্ৰ শঙ্কৰে থৈলেক॥
দৈত্যৰ পূৰীত সিটো ৰাজা হুয়া ৰৈলা।
বৰ পাই দুৰাচাৰ কাকো নগণিলা॥৭৭
বলে জিনি দৈত্য দানৱক বিনাশয়।
বৰৰ প্ৰভাবে সিটো কাকো নগণয়॥
সব দৈত্য বীৰগণ একমতি কৰি।
যুদ্ধক ডাকিলা অস্ত্ৰ শস্ত্ৰে শীঘ্ৰে কৰি॥৭৮
সেহি ৰণে বহুত যে দৈত্য বধ ভৈল।
বৰ বৰ দানৱ সৱৰ মৃত্যু হৈল॥
সবে মিলি তাঙ্ক একা খেদিয়া দিলন্ত।
কত দিন ভ্ৰমি পাছে নগৰ লৈলন্ত॥
যতেক আছিল মানে হয়-হস্তীচয়।
সবাক মাৰিয়া পঠাইলা যমালয়॥
আমাৰ পিতৃত ৰণ মাগিলন্ত পাছে।
সব ৰাজাগণে ৰণ দিলা যুদ্ধ কাছে॥৮০
বহুকাল যুদ্ধ কৰি তাহাক জিনিলা।
সমস্ত ৰাজাক ষাই বিনাশ কৰিলা॥
ইটো ৰাজ্য অপ্ৰকাশ ভৈলেক লোকৰ।
দেবীৰ বৰত দেহা বহিলেক মোৰ॥৮১
সৰ্ব্বস্থানে ফুৰো আমি আহাৰ বিচাৰি।
শিখি আছো মায়া মই এৰিতে নপাৰি॥
এতেকেসে আছো মই ইহাৰ লগত।

আৰো ষোল ভাতৃ আছে হৰৰ লগত ॥৮২
তোমাসাক জানো নৰ নাৰায়ণ দুই ।
ভূমিভাৰ হৰি ফুৰা একস্থান দুই ॥
এতেকে তোমাক মই ইথানে আনিলো ।
তাৰ এবে মৃত্যু মই অৱশ্যে জানিলো ॥৮৩

অশ্বকৰ্ণৰ ওচৰত ভীম-অৰ্জ্জুনৰ সাক্ষাত ।

বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয় ।
দেখা কেনে ঈশ্বৰৰ লিখিত নিশ্চয় ॥
ৰাজাৰ কুমাৰী হেমা যি সব কহিলা ।
মনে মনে দুই বীৰে গুণিতে লাগিলা ॥৮
ইসব শুনিয়া কেনমতে বহি থাক ।
বিধিৰ নিৰ্ব্বন্ধ যিটো আছে ঘটিবেক ॥
আৰো কোন কৰ্ম্ম হোৱে তাহাক নজানে।
কৃষ্ণৰ মহিমা তাক জানিবেক কোনে ॥৮৫
এহি বুলি দুই বীৰে কহি মাত কথা ।
পাছে ধনঞ্জয় হেন পুছিলাহা তথা ॥
কোন স্থানে লৈয়া যাবা এবে আমাসাক ।
হেমা বোলে মাৰিবাক লাগে অসুৰক ॥৮৬
কিন্তু ইটো কথা সি জানিবে নলাগে ।
জানিলে মোৰ মৃত্যু হৈবে সৰ্ব্ব আগে ॥
ভীমসেনে বোলে আগে ঠেকাও তাহাৰ * ।
তেবেসে আমিও তোৰ সাধো প্ৰতিকাৰ ॥৮৭
এহি বুলি উত্তৰক কৰিলা গমন ।
কতো বেলি পাইলা গৈয়া দিব্যপুৰীখান ॥

---

* ঠেকাও তাহাৰ— তাৰ ওচৰত উপস্থিত কৰোৱা ।



হৰিদ্ৰা বৰণ যেন আগত আছয় ।
চৌচাল ঘৰক যেন প্ৰকাশ কৰয় ॥৮৮
মাণিকে ৰচিত ঘৰ দেখিতে শোভন ।
সৰোবৰ• তাৰ মাজে আছে বিতোপন ॥
ৰত্নৰ দিপিতি জ্বলে চাহন নযায় ।*
তিনি দ্বাৰ এৰাই গৈলন্ত দুই ভাই ॥৮৯
পৰ্ব্বত সমান ঘৰ জ্বলৈ চন্দ্ৰ সম ।
আছয় তানিয়া চন্দ্ৰতাপ অনুপম ॥ .
তাৰ একদ্বাৰে বৃদ্ধ ৰাক্ষস আছয় ।
কৃষ্ণ পৰ্ব্বতৰ সম দেখি লাগে ভয় ॥৯০
স্থূলন্তৰ মস্তক বহল দুই কৰ্ণ ।
দুই গোট চক্ষু যেন অগনিৰ বৰ্ণ ॥
নাকৰ বতাস হৰহৰে চেঙ্কাৰয় ।*
শ্বেতবৰ্ণ দন্তসব দেখি লাগে ভয় ॥৯১
ডাঙ্গৰ দীঘল শাল বৃক্ষ নহে তুল ।*
একো নখ হোৱে যেন হৰৰ ত্ৰিশূল ॥
জিহ্বা খান তাহাৰ যেহেন ৰাজআলি ।
গৰ গৰ কৰি মাতে পেট গোট খালী ॥৯২
বসিয়া আছয় যেন উচ্চল* পৰ্ব্বত ।
একেবাৰে খাইতে পাৰে সকলো জগত ॥
কতোবেলি দূৰে থাকিলন্ত দুই ভাই ॥
অনন্তৰে হেমা সমীপ লৈলন্ত যাই ॥৯৩
দুইকো দেখিয়া হাসিলন্ত খলাখলি ।
ৰহিলেক দুইয়ো বীৰ তাহাক আকলি ॥*

---

* চাহন নযায়— চাব নোৱাৰি ।
* হৰহৰে চেঙ্কাৰয়— হৰহৰ শব্দ কৰা ।
* তুল— তুলনা * আকলি— চাই, লক্ষ কৰি ।
* উৰ্চ্চল— ওখ ।

মহাকোপে ভীমৰ কম্পিল সৰ্ব্ব কায়।
আৰকত আঁখি মুখ চাহন নযায় ॥ ৯৪
ৰাক্ষসে মাতিয়া সোধে হেমা প্ৰতি চাই।
কোৰবা মনুষ্য আনি আছা এহি ঠাই ॥
কোমল মনুষ্য খাই তৃপিতি পলাবো।
কতবা দিনৰ মই ক্ষুধা নিবাৰিবো ॥৯৫
হেমা বোলে পৃথিবীৰ এহি নৰ দুই।
হৰি আনি আছো আমি অপেস্বৰা হুই ॥
খাইবে নলাগে মানুষক ৰক্ষা কৰা।
তাসম্বাত পুছি ভাল মন্দক বিচাৰা ॥৯৬

অশ্বকৰ্ণৰ লগত ভীম-অৰ্জ্জুনৰ যুদ্ধ।

মুনিয়ে বোলন্ত ৰাজা শুনা আতপৰ।
এইটো ৰাক্ষস বুঢ়া সত্তৰি যুগৰ ॥
ভীমসেনে সম্বোধিয়া বোলয় বচন।
দুৰ্জ্জন ৰাক্ষস এহি পুছা কি কাৰণ ॥৯৭
তুমি আসি পাশ হৈ থাকিবা আমাৰ।
ৰাক্ষসৰ মৃত্যু আজি চাপিল ওচৰ ॥
উশীনৰ ৰাজ্যখান উচ্ছন্ন হইল।
আজি অন্তকাল তোৰ আসিয়া মিলিল ॥৯৮
তোৰ কাল পাণ্ডুপুত্ৰ ভীম মোৰ নাম।
বংশ বিনাশক এই অৰ্জ্জুন উপাম ॥*
শুনি দুষ্ট ৰাক্ষস উঠিলা তেতিক্ষণে।
অৰ্জ্জুন ভীমক ধৰিবাক গৈলা মনে ॥৯৯
ধনঞ্জয় বীৰে শুনি মনত ধিয়াই।
হৰি হৰি আমাসাৰ গদা ধনু নাই ॥

* উপাম— উত্তম।



বিনা অস্ত্ৰে আজি কেনে সমৰ কৰিবো।
ত্ৰিশিৰা ৰাক্ষস তাঙ্ক কিমতে বধিবো ॥১০০
এত হন্তে নিশাচৰ সমীপ চাপিল।
তাহাৰ আগত গৈয়া থিয় হুয়া ৰৈল ॥
ত্ৰিশূল সদৃশ নখ হাতক মেলিল।
ধৰিবাক লাগি যেন চমক লাগিল ॥১০১
তাহাৰ হাতত ভীমে ধৰি মহাবলে।
দিলন্ত আজোৰ বাহু ছিঙ্গিবাক মনে ॥
শৰীৰৰ বলে লাৰিবাক নপাৰিল।
মনে ভাবে কিনো আজি অন্যায় মিলিল ॥১০২
মোহোৰ বলত তাক মাৰিবে নাপাৰো।
নাহি ধনু গদা আদি কিমতে বা মাৰো ॥
চাৰি দিশে চাই কৈত গদা নাহি পায়।
গৃহত স্ফটিক স্তম্ভ দেখি লাগে ভয় ॥১০৩
আকাশ লঙ্ঘিয়া আছে চৌচাল গৃহৰ ॥
নিৰ্ম্মাণ কৰিয়া আছে মাণিক গৃহৰ ॥
তাক ভাঙ্গিবাক লাগি শকতি কাহাৰ।
হেন দেখি মহাবেগে দিলন্ত লৰব ॥১০৪
এক গোট গৃহৰ যে স্তম্ভত ধৰিলা।
শৰীৰৰ বলে তাক আজোৰ মাৰিলা ॥
নপাৰিলা ভাঙ্গিবাক বিবুদ্ধি যে ভৈল।
পুনঃ গদা বিচাৰিয়া ভিতৰক গৈল ॥১০৫
বোলে আমাসাৰ আজি মৰণ মিলিবো।
অস্ত্ৰ গদা নাহিকয় কিমতে যুজিবো ॥
ইথানত কাষ্ঠ আৰু শিলা খণ্ড নাই।
এহি বুলি ঘনে ঘনে গৃহ ফুৰে চাই ॥১০৬
যোজনেক মানে বীৰে লৰৰি ফুৰিলা।
অন্তঃপুৰে গৈয়া ঘোৰ শিলা খণ্ড পাইলা ॥

ক্ষুদ্ৰ পৰ্ব্বতেক প্ৰায় পৰিয়া আছয়
ধম ধম কৰি তাত অগনি উধায় ॥১০৭
দুয়ো হাতে ধৰি তাক দৃঢ় বল দিলা।
দাৰুণ সন্ধানে সিটো মাজতে ভাঙ্গিলা।
দেও দিয়া তাক আলাগতে তুলি লৈলা ॥
পুনৰপি পালটিয়া* খেদিয়া আসিলা ॥১০৮
জাম্প্‌মাৰি ভীমকৰে ধৰিবাক যায়।
ওচৰত নাহি ভীম নিলগে পলায় ॥
বৈশম্পায়ন বদতি শুনা জন্মেজয়।
লৰিবাক দেখি ভীম ৰাক্ষসে খেদয় ॥১০৯
ৰহ মনুষ্যৰ ছায়া আজি কৈক যাহ।
ভিতৰ গৃহক লাগি কিসক চলহ ॥
লৰিবাক নপাৰয় বৃদ্ধ কলেৱৰ।
শিল লৈয়া পালটি আসিল বৃকোদৰ ॥১১০
আগবাৰি বৃকোদৰে যেয়ে খেদি যায়।
হানিলেক শিলা খণ্ড আকাশে উধায় ॥
দেখিয়া ৰাক্ষসে আকাশতে হাত মেলি।
ধৰিলেক শিল গোট লাম্ফ দিয়া তুলি ॥১১১
উলটি মাৰিলা শিল আকাশে প্ৰচণ্ড।
মনুষ্যৰ ছায়া আজি কৰো লণ্ড ভণ্ড ॥
আপুনাৰ দোষে তই আপুনি যে মৰ।
খাইবাক লাগে তোক কিবা চাওঁ আৰ ॥১১২
হেন শুনি কুন্তীৰ তনয় মহাবলী।
মহাক্ৰোধে শিল গোট মাৰিলেক তুলি ॥
পালটি আসিয়া শিল দূৰতে থাকিল।
আকাশ ছানিয়া হাতখনকে তুলিল ॥
দেও দিয়া শিল গোট আলগে ধৰিলা।
পুনু উপৰক লাগি হানিয়া পঠালা ॥১১৩

* পালটিয়া— উলটি



বেগে গৈয়া ৰাক্ষসৰ হিয়াত পড়িল।
কিছুমান বীৰে পাছে থমকি ৰহিল ॥
দাৰুণ দুৰ্জ্জয় বীৰ বলত গহীন।
পাছক হুহকি বীৰ গৈল কত মান ॥১১৪
গিৰিসায় শিলা খণ্ড ভূমিত পড়িল।
তল-বল কৰি সিটো নগৰে লাৰিল ॥
ৰাক্ষসে মনত গুণে কিনো বলীয়াৰ।
মোৰ মনে অন্যে আৰো নসহে প্ৰহাৰ ॥১১৫
শূন্য হাত ভৈল পুনু কুন্তীসুত বলী।
দেখিয়া ৰাক্ষসে হাসিলেক খলখলি ॥
চাৰি পাশে চাই পাছে কুন্তীৰ কুমাৰ।
নাহিকয় একো শূন্য হাত মাত্ৰ সাৰ ॥১১৬
ধৰিবাক মনে যেন ৰাক্ষসে খেদয়।
বৃকোদৰে বোলে মোৰ মৰণ মিলয় ॥
হা হৰি কোনে মোক কৰিবে উদ্ধাৰ।
গদাঘাতে ইহাৰ ছিঙ্গিবে পাৰো মূৰ ॥১১৭
নজানো বিধাতা কত দুঃখক লিখিলা।
ধৰিবাক লাগি তেবে চমক লাগিলা ॥
এক গোট স্তম্ভে যায় আজোৰ মাৰিলা।
বজ্ৰসম স্তম্ভ তেবে খসিয়া পৰিলা ॥১১৮
তাক ধৰি তুলি কোৰ দিলা যেবে বেগে।
বৰ ক্ৰোধে কোবক মাৰিলা সেহি ছেগে ॥
বজ্ৰৰ উপৰে যেন বজ্ৰক হানিলা।
তাহাৰ কোবত তাৰ লোম নলৰিলা ॥১১৯

বৃকোদৰক হৰৰ শৰণ লবলৈ হেমাৰ অনুৰোধ।

বৈশম্পায়ন বদতি শুনা জন্মেজয়।

বেণু বেণু দেখি তাত অর্জ্জুন আছয় ॥
হেমা বোলে প্রভু তুমি বাক্য ধৰা মোৰ।
একান্তে শৰণ লোৱা চৰণে হৰৱ ॥১২০
কৃপালু দেৱতা তেহু ভকতৰ বশ্য।
ভকতৰ বাক্যে তুষ্ট হৈবন্ত অৱশ্য ॥
বলে পৰাক্রমী অস্ত্র শস্ত্র লাগে যত।
প্রার্থিলে মাত্রকে প্রভু দিৱন্ত সমস্ত ॥১২১
অস্ত্র শস্ত্র নাই তাতে ৰাক্ষস দুর্ব্বাৰ।
মহা পৰাক্রমী সিটো বীৰ মধ্যে সাৰ ॥
অর্জ্জুনে বোলন্ত কথা কহিলাহা ভাল।
আমাৰ বিহনে যেন দদা পাৱে কাল ॥১২২
শঙ্কৰৰ পাশে যদি গদা ধনু পাই।
তৈৰ হন্তে আনি কিনো উকুৱাবো ছাই ॥
যি কহিলা সত্য কথা আমাৰ আগত।
দাৰুণ ৰাক্ষস বধ যাইবে কিমত ॥১২৩
আন কোন হেতু যদি জানাহা সুন্দৰী।
তাহাৰ কাৰণ মোত কহা নিষ্ঠ কৰি ॥

হেমাৰ দ্বাৰা অর্জ্জুনৰ আগত বৰাহ-বিষ্ণুৰ গদাৰ সংবাদ।

বৈশম্পায়ন বদতি শুনা জন্মেজয়।
ৰাজাৰ কুমাৰী হেমা অর্জ্জুনে কহয় ॥১২৩
শুনিয়োক দেৱ এক কহো গোপ্য* কথা।
অসুৰ সংহৰি পাছে যেন ভৈল কথা ॥
সহস্র বৎসৰ মানে ঘোৰ যুদ্ধ ভৈল।
তথাপিতো অসুৰৰ বল নুটুটিল ॥১২৫

* গোপ্য— গোপনীয়।



দৈত্যভয় নাশ হেতু বৰাহ মাধৱে।
অৱতৰি মাৰিলেক দৈত্য গদা ঘাৱে ॥
দৈত্যক বধিয়া পাছে গৈলা নাৰায়ণ।
ৰহিলেক গদাখান পৰি সেহি স্থান ॥১২৬
আমাৰ পিতৃয়ে পাছে সেহি গদা পাই।
ইথানত থৈয়া আছে গৃহক সজায় ॥
কিন্তু তাক দাঙ্গিবাক শক্তি কাৰো নাই।
ষাঠি অৰ্ব্বুদেক লোকে আনিছে ইথাই ॥১২৭
পূজা দিয়া পিতৃ গৃহ সাজিয়া ৰাখিলা।
এহি কথা পূর্ব্বে পিতৃ আমাত কহিলা ॥
পৰম ৰহস্য কথা কেহো নজানয়।
তোমাৰ আগত ইটো কহিলো নিশ্চয় ॥১২৮
দেৱৰ ৰহস্য কথা কহিলো তোমাত।
ধৰিবাক আছে যদি শকতি সাক্ষাত ॥
তেবে তোমাসাক মই দেখাইবে পাৰোঁ।
বহুদূৰে আছে সিটো সেহি ভয় কৰো ॥১২৯
পাছত ৰাক্ষসে মোক বিচাৰি নাপাই।
আসি দুহান্তক সিটো মাৰিবেক খাই ॥

হেমাৰ সহায়ত অর্জ্জুনৰ বৰাহ-বিষ্ণুৰ গদাৰ ওচৰলৈ গমন।

বৈশম্পায়ন বদতি শুনা জন্মেজয়।
কুমাৰী কহিলা কথা অতি গুপ্তময় ॥১৩০
ধনঞ্জয় বোলে শুনা ৰাজাৰ কুমাৰী।
কতবেলি মানে তৈক যাইবাক পাৰি।
হেমা বোলে হয় পথ দুই যে দিনৰ।
কিন্তু আমি সমে গৈলে দুই যে প্রহৰ ॥১৩১
অর্জ্জুনে বোলয় চলা দেখোহো গদাক।

যদি বিচাৰিয়া পাও নাহি ভয় তাক ॥
যেন তেন মতে তাক কৰিবো বিনাশ ।
অনন্তৰে ধৰিলেক হেমা মায়াবেশ ॥১৩২
সন্মুখে পাৰ্থক ধৰি উপৰে উড়িলা ।
ৰাজ-সিংহদ্বাৰ তিলেকতে এৰি গৈলা ॥
যেহেন গৰুড়ে গিৰিশৃঙ্গ ঠোঁটে লৈলা ।
অৰ্জ্জুনক ধৰি আলাগতে তুলি নিলা ॥১৩৩
আকাশ গমনে যাই গদা ধনু পালা ।
ৰাছি বাছি ধনু কাঁৰ সমস্তকে লৈলা ।।
সাজি আছে গৃহখান শত প্ৰহৰৰ ।
কৰয় প্ৰকাশ ৰত্ন হীৰা মাণিকৰ ॥১৩৪
উত্তৰৰ দিশে গদাগৃহ সাজি আছে ।
ব্ৰজলৌহ কৰি তাত অষ্ট ধাতু দিছে ॥
চাহিতে নপাৰি ৰশ্মি কৰে তিৰিমিৰি ।
যেন মেৰুশৃঙ্গ সব তৈত আছে পৰি ॥১৩৫
অৰ্জ্জুনে দেখিলা তাক সচকিত মনে ।
মনুষ্য শকতি তাক ধৰিবেক কোনে ॥
যদিবা শকতি দেন্ত বৰাহ গোঁসাই ।
দুৰাচাৰ ৰাক্ষসক বধো তেবে মই ॥১৩৬

অৰ্জ্জুনৰ বৰাহ-বিষ্ণুৰ স্তুতি ।

এহি বুলি নমস্কাৰ কৰি বীৰবৰে ।
বৰাহ বিষ্ণুৰ নাম ধৰি তুতি কৰে ॥
নমো দৈত্যৰিপু* দেৱ ধৰণী উদ্ধাৰ ।
তুমি কৰি আছা যেন সবে উপকাৰ ॥১৩৭

---

* দৈত্যৰিপু— দৈত্যৰ শত্ৰু



বিশাল দন্তৰ আগে ধৰণী উদ্ধাৰি ।
মাৰিলা কশিপুদৈত্য* বৰাহ মুৰাৰি ॥
ঘোৰ নিশাচৰে মাৰে আমি দুই ভাই ।
তুমি বিনে ৰাখন্তা নাহিকে ইটো ঠাই ॥১৩৮
ইটো কৃষ্ণ আছে হেন ৰূপ অৱতৰি ।
তান অংশে আসিয়ো বৰাহ ৰূপ ধৰি ॥
পাণ্ডৱক ৰাখিয়া ফুৰাহা সৰ্ব্বক্ষণ ।
ইবেলি বৰাহ ৰূপে কৰিয়ো ৰক্ষণ ॥১৩৯
হেন বৰাহৰ পাৱে কৰো নমস্কাৰ ।
দিয়োক শকতি গদা ধৰিবে তোমাৰ ॥
এহিৰূপে কৰে আন বহু তুতি নতি ।
শুনিয়ে কহন্ত কথা শুনিয়ো নৃপতি ॥১৪০
অনন্তৰে অন্তৰীক্ষে* বৰাহ মুৰাৰি ।
অৰ্জ্জুনক মাতিলন্ত দেৱমায়া কৰি ॥
যি বুলিলা কুন্তীসুত সাৰ্থক জীৱন ।
তোমাৰ বচনে মোৰ ৰঙ্গ ভৈল মন ॥১৪১
এহিসে কাৰণে তোমাসাৰ অৱতাৰ ।
আমি তাক জানিলোহো কি বুলিবো আৰ ॥
দিলোহো শকতি গদা লৈবো ভীমসেনে ।
সমৰৰ বেলা মই দিবহো আপুনে ॥১৪২
এহি বুলি মৌন ভৈলা বৰাহমুৰাৰি ।
অৰ্জ্জুনে বোলয় আবে শুনাহা কুমাৰী ॥
আহা আমি চলি যাওঁ সিদ্ধি প্ৰয়োজন ।
কৰযোৰ কৰি হেমা বুলিলা বচন ॥১৪৩
ৰাজাৰ কুমাৰী মই কন্যা উশীনৰ ।
মোক দাসী কৰা এবে পাণ্ডুৰ কুমাৰ ॥

---

* কশিপু— হিৰণ্যকশিপু
* অন্তৰীক্ষ— অদৃশ্য ঠাই, আকাশবাণী

অর্জ্জুনে বোলয় কথা নকহিবি আৰ ।
ৰাক্ষসক মাৰি সবে সাধো প্ৰতিকাৰ ॥১৪৪
পূৰ্ব্ববতে হেমা গৈয়া পালা সেহি ঠান ।
ভীম অশ্বকৰ্ণে তৈতে কৰন্ত সন্ধান ॥

ভীম-অশ্বকর্ণৰ যুদ্ধ ।

জন্মেজয় বোলে গুৰু সন্তুষ্ট হইয়া ।
কহা আগে দুইবীৰে কি কৰিলা গৈয়া ॥১৪৫
তাক কহিয়োক মোক শুনো ৰঙ্গ মনে ।
মহা পুণ্য কথা পাণ্ডৱৰ গুণ গানে ॥
শুনা মহাৰাজা জন্মেজয় মহীপাল ।
স্তম্ভৰ কুৰত বৈলা ৰাক্ষস বিশাল ॥১৪৬
দেখি কুন্তীসুত বীৰে বাহু তুলি বৰ ।
তাহাৰ হিয়াত কোব দিলন্ত ডাঙ্গৰ ॥
ভীমৰ বিষম কোবে কম্পিল হৃদয় ।
তাহাক দেখিয়া অশ্বকর্ণেও গৰ্জ্জয় ॥১৪৭
কিনো মনুষ্যৰ শিশু বলত দুৰ্জ্জয় ।
ইহাৰ হাতত আজি মিলিল প্ৰলয় ॥
পূৰ্ব্বে মোৰ ছিদ্ৰ থৈলা মনুষ্যৰ হাতে ।
মৰণ মিলয় জানো ইহাৰ হাততে ॥১৪৮
এহি মনে গুণি ক্ৰোধে আগবাঢ়ি যায় ।
ভীমৰ হাতত পাছে ধৰিলা জম্পায় ॥
টানা টানি কৰি বীৰে এৰাইতে নপাৰি ।
মাৰিলা ছাপৰ পাছে ধৰি দৃঢ় কৰি ॥১৪৯
ত্ৰিশূল সদৃশ তাৰ নখ বাঢ়িছয় ।
ৰখালি ফেলালা পাছে ভীমৰ হৃদয় ॥
গিৰ গিৰ ৰুধিৰ বহয় ধাৰাসাৰ ।



শৰীৰৰ বিষে অতি দেখে অন্ধকাৰ ॥১৫০
এৰিতে নপাৰি তাৰ হাত ব্ৰজ সম ।
মৰ্ম্মস্থানে তাক লাঠি মাৰিলন্ত ভীম ॥
ভাঙ্গি গৈলা কোষ তাৰ এৰিলা হাতৰ ।
বিবৰ জালত কম্পে সৰ্ব্ব কলেৱৰ ॥১৫১
ধৰফৰ কৰি সিটো অন্তৰে ৰহিলা ।
নখাঘাতে ভীমৰ যে শৰীৰ ব্যাপিলা ॥
দুয়োজনে অন্তৰিয়া* বিদূৰে ৰহিলা ।
মনে মনে গুণে ভীমে বিষম মিলিলা ॥১৫২
এতহন্তে ধনঞ্জয় পালটি আসিলা ।
পৰি আছে বৃকোদৰ তাহাক দেখিলা ।
মৰ্ম্মস্থানে প্ৰহাৰন্তে ৰাক্ষস কম্পয় ।
শুচৰ চাপিয়া যায় বীৰ ধনঞ্জয় ॥১৫৩
সাৰটি ধৰিয়া পাছে মুছিলা ৰুধিৰ ।
কিছুক্ষণে সুস্থ ভৈলা বায়ু-সুত বীৰ ॥
বোলে বাপু প্ৰাণ যায় আমাৰ সমূলি ;
দাৰুণ ৰাক্ষসে মাৰিলেক নখে খুলি ॥১৫৪
এক খণ্ড মাংস তাৰ নখতে উঠিলা ।
মোহোৰ শৰীৰ বিষে অগনি জ্বলিলা ॥
এতহন্তে মূৰ্চ্ছা গৈলা বীৰ বৃকোদৰ ।
নিস্পন্দ বদন অতি শৰীৰ তাহাৰ ॥১৫৫
নাহিকয় জলকণা নগৰ ভিতৰে ।
হেমা কুমাৰীৰ দুখ ভৈল বহুতৰে ॥
হায় হায় কিনো মোৰ কপালে লিখিলা ।
ইহাৰ হাতত ভীমে দেহা হৰুৱালা ॥১৫৬
পুৰুষদ্বয় হৰিয়া আনিলো ।
দেহ প্ৰাণ সমে তাত ভৰসা কৰিলো ॥

---

* অন্তৰিয়া— আঁতৰি

ৰুধিৰে জাতিলা দেহা হৈল জৰ জৰ ।
জলকণা নাহিকয় জিহ্বাৰ উপৰ ॥১৫৭
আছয় সুগন্ধ জল দিবো কেন কৰি ।
চাহি আছে ৰাক্ষসে খাইবে মাৰি ধৰি ॥
যদি তোৰা সবে বিনাশিতে নপাৰয় ।
খাইবে আমাক সিটো কহিলো নিশ্চয় ॥১৫৮
কিন্তু মহা পাপ মোত সিজিলন্ত তান্তে ।
তোমাসাৰ বধ ভাগ মিলে মোত হন্তে ॥
হৰি হৰি কিনো মোৰ অভাগ্য কপাল ।
ব্ৰজৰ উপৰে বজ্ৰ দিলন্ত বিশাল ॥১৫৯
শুনা সভাসদ পদ পাতালী খণ্ডৰ ।
দেখা স্ত্ৰী জাতিৰ কেনে পাতকক ডৰ ॥
হেন জানি প্ৰাণী হিংসা এৰি আনমত ।
সদায় কৃষ্ণৰ নাম লৈয়োক মুখত ॥১৬০
তি ভাৰতচন্দ্ৰ এৰি আন কাম ।
হৰি পদে মন সপি বোলা ৰাম ৰাম ॥

—:ঃ:—

হেমাৰ বিলাপ ।

লেছাড়ী

মুনিয়ে কহন্ত নৃপতিত  শুনা জন্মেজয় স্থিৰচিত্ত
শীন-নন্দিনী বিলাপ কৰয় তথা ।
মোহোৰ মনৰ দুখচয়  কাহাত কহিবো কোনে সয়
হেন কুলক্ষণী মই ভৈলোহো সাক্ষাত ॥১৬১
বহুত নৃপতি খুজিলন্ত  তথাপি পিতৃয়ে নিদিলন্ত
মোহৰ যোগ্যৰ বৰ নাপালা বিচাৰি ।



সবাৰ মধ্যত মনোহৰ  ভাতৃগণ মাজে শ্ৰেষ্ঠতৰ
এবে নাম লৈলো মই ৰাক্ষসৰ নাৰী ॥
হেমাশ্ৰয়া নিশাচৰী নাম  থৈলেক মোহোৰ মন্দকাম
ইহাক বোলন্তে মাৰিবাক মোৰ লাজ ।
অতনো কথাক গুণি মনে  জীৱনক মোৰ কিকাৰণে
মৰিযাওঁ নিমাস্তুতি* হোক যমৰাজ ॥১৬২
ইটো দুই নৰনাৰায়ণ  পৃথিৱীত অতি বিতোপন
এবেসে হৰিবে দানৱৰ ভূমিভাৰ
নজানো ইসব দুহান্তৰ  চিন্তিবে পাৰয় কোনে মাৰ
ৰাক্ষসক মাৰি সাধিবেক প্ৰতিকাৰ ॥
এহিমতে হেমা নানা ভাৱে  বিলাপ কৰয় সেহিঠাৱে
তাৰা দুহান্তৰ দুখ দেখি বিপৰীত ।
শোকে তলবল কৰি দেহা  জল দিবে কৰিলেক সাহ
মৃত্যুক নগণি স্থিৰ কৰিলন্ত চিত্ত ॥১৬৩

—০—

হেমাৰ দ্বাৰা ভীমৰ শুশ্ৰূষা ।

॥ পদ ॥

বৈশম্পায়ন বদতি শুনা মহাৰায় ।
ক্ৰোধ কৰি ৰাক্ষসে আছয় দুখ পায় ॥
শৰীৰৰ বিষে যেন যায় যমলোক ।
থমকি ৰহিলা বিষে কৰে থক ভক ॥১৬৪
ভীমৰ গাৱৰ বিষ নখাঘাত পাই ।
নিস্পন্দ বদন গাৱে অগনি উধাই ॥

---

*নিমাস্তুতি—নিজঞ্জাল

বাজাৰ কুমাৰী হেমা সুৱৰ্ণ কুম্ভত।
কলসে সুগন্ধি জল কৰে সুশোভিত ॥১৬৫
মৰণক নাপেক্ষিয়া* সুমৰি তাহাক।
জল আনিবাক মনে গৈলাহা গৃহক ॥
জল আনি ঢালিলন্ত ভীমৰ মাথাত।
জুৰ ভৈলা দেহা বিষ নাহিক গাৱত ॥১৬৬
যেন মহা ৰোগত যে বিশল্যকৰণী।
গুছিলেক বিষ ঘাও শুখিলেক পানী ॥

অশ্বকর্ণৰ তৰ্জ্জন-গৰ্জ্জন।

দেখিলা ৰাক্ষসে হেমা মনুষ্যৰ সঙ্গে।
আৰকত আঁখি দন্ত ছোবাৰন্ত খঙ্গে ॥১৬৭
ডাক দিয়া বোলে শুন মনুষ্য দুষ্টালি।
আপুনাৰ দোষে তই আপুনি মৰিলি ॥
মোহোৰ আগত তই লৈলি মানুষক।
তোৰা তিনি জনে আজি ভেজো যমলোক ॥১৬৮
মহাভয়ে হেমাৰ কম্পিল সৰ্ব্বকায়।
ধীৰে ধীৰে থমকিয়া অন্তৰি পলায় ॥
মুনিয়ে বোলন্ত জন্মেজয় মহামতি।
অন্তৰি ৰহিলা হেমা ভয় হুয়া অতি ॥১৬৯
ক্ৰোধৰ বেগত যেন ৰাক্ষস দুৰ্ব্বাৰ।
আনয় পৰিঘা* যেন লাখুটি তাহাৰ ॥
দীৰ্ঘে ষোলহাত হোৱে সদৃশ বজ্ৰৰ।
দাৰুণ দুৰ্জ্জয় তাক দেখি গুৰুতৰ ॥১৭০
হেন মহা পৰিঘা ধৰিয়া মহাবেগে।

---

নাপেক্ষিয়া— নেওচি।
* পৰিঘা— যুদ্ধাস্ত্ৰ, মুদগৰৰ নিচিনা অস্ত্ৰ বিশেষ।



ভীমক খেদিয়া যায় মাৰিবাক ছেগে ॥
পৰিঘা কোবাহে আজি তিনিকো মাৰিবো।
আমাৰ আগত বৰ মানুষ বোলাবো ॥১৭১
এহি বুলি পৰিঘা ধৰিয়া খেদি যায়।
অৰ্জ্জুনে বোলয় দদা মোহোক কুবায় ॥
ভীমে বোলে বাপু মোৰ কোন বুদ্ধি নাই।
অস্ত্ৰ শস্ত্ৰ শূন্য হাত কি হৈবো উপায় ॥১৭২
শুধা হাতে বাপু আমি কিমতে যুজিবো।
অৱশ্য জানিলো আজি মৰণ মিলিবো।

অৰ্জ্জুনৰ দ্বাৰা বৰাহ-বিষ্ণুৰ গদাৰ সংবাদ প্ৰদান।

অৰ্জ্জুনে বোলয় দদা কহো এক কথা।
বৰাহ-বিষ্ণুৰ গদা আছে এক এথা ॥১৭৩
ডাঙ্গৰ দীঘল গদা পৰ্ব্বত আকাৰ।
দেখিলে মাত্ৰকে শ্ৰুতি নথাকে গাৱৰ ॥
বিশ্বকৰ্ম্মা স্ৰজিয়াছে পৰম যতনে।
বজ্ৰ লৌহময় সাজি আছে ইটো থানে ॥১৭৪
দিন ৰাতি নজানয় সূৰ্য্যসম জ্বলে।
চাহিয়া থাকিলে যেন গতি কৰি চলে ॥
কাঁচ প্ৰস্তৰৰ গৃহ সাজি ভয়ঙ্কৰ।
উশীনৰ ৰাজাই থৈলা তাহাৰ ভিতৰ ॥১৭৫
আছোক চুইবে তাক দেখি লাগে ভয়।
ত্ৰিভুবন লোকে ইটো চাইবে নপাৰয় ॥
হেমা কন্যা আমাক দেখাইলেক নিয়া।
প্ৰণাম কৰিয়া ॥১৭৬
অনেক বচন পাছে তথাত শুনিলো।
গদা দিবো বুলি তেহেঁ আমাত কহিলা ॥

পুনৰ্ব্বাৰ হেমা সমে ইথানে অসিলা ।
যি বেলাত কৰা যুদ্ধ তাক নেদেখিলা ॥১৭৭
বৈশম্পায়ন বদতি শুনা নৃপবৰ ।
কোনে কহি পাৰে অন্ত পাণ্ডৱ সবৰ ॥
হৰি ৰক্ষা কৰি ফুৰে সৰ্ব্ব বিপদত ।
ধেনু ৰাখি ফুৰে যেন বৎসক স্নেহত ॥১৭৮

ভীমৰ বৰাহ-বিষ্ণুৰ গদা প্ৰাপ্তি ।

এহিমতে কথামাতে আছে দুই ভাই ।
গদাগোট আগত পৰিলা গিৰিসাই ॥
দেখিয়া কৌতুক ভৈলা ভীম অৰ্জ্জুনৰ ।
চমক লাগিল অশ্বকৰ্ণ ৰাক্ষসৰ ॥১৭৯
চমক লাগিয়া বীৰে চাৰিভিতি* চাইলা ।
চাৰিভিতি চাই পাছে একো নেদেখিলা ॥
অনন্তৰে দুৰাচাৰে বেগে ধৰি আসি ।
ভীমক কোবেক দিলা পৰিঘা উল্লাসি ॥১৮০
তাহাৰ কোবত বীৰে পাই বৰ টান ।
দেৱবীৰ্য্য নিমিত্তে ৰহিলা তাৰ প্ৰাণ ॥
হেন দেখি ধনঞ্জয় ক্ৰোধে বেগ ধৰি ।
দেও দিয়া তাহাৰ দুই কান্ধত চৰি ॥১৮১
পিঠিত কান্ধত তাৰ মাৰে লাথি গুৰি ।
সহিলা ৰাক্ষসে তাক কটাক্ষ* নকৰি ॥
কতোহো কান্ধত লাঠি, কতোহো পিঠিত ।
অৰ্জ্জুনৰ ছুটে পীড়া কৰে বিপৰীত ॥
তাহাৰ গাৰত এক গৰ্ত্তক যে আছে ।
সেহি গৰ্ত্তে ধনঞ্জয় পাৱ ভিৰি আছে ॥

চাৰিভিতি— চাৰিওফালে । কটাক্ষ— ভ্ৰূক্ষেপ ।



প্ৰহাৰৰ ছোটত কম্পিলা নিশাচৰ ।
পুনু চৰিলন্ত তাৰ মাথাৰ উপৰ ॥১৮৩
মহা বেগে জাম্পগুৰি মাৰয় তাহাক ।
দুই হাতে চৰায়য় বিগুৰ্থি* অনেক ॥
এহিমতে দুই দণ্ডমান মহাবীৰে ।
কৌতুক কৰিলা সিটো ৰাক্ষস শৰীৰে ॥১৮৪
হেন দেখি ৰাক্ষসৰ ভৈল মহা ত্ৰাস ।
পৰিঘা এৰিয়া পাছে দুৰ্জ্জয় ৰাক্ষস ॥
ধৰিবাক মনে কৰে অনেক যতন ।
যেনে তেনে অৰ্জ্জুনৰ ধৰিলা চৰণ ॥১৮৫
দুয়ো চৰণক ধৰি কৰি একঠাই ।
যেহেন ছাৱালে বাঘধনুক ঘূৰাই ॥
গায়ৰ শকতি মানে এক বল দিলা ।
আকাশক লাগি পাছে আছাৰ মাৰিলা ॥১৮৬
মাধৱৰ প্ৰিয়সখি বুদ্ধি স্থিৰ কৈলা ॥
কৃষ্ণৰ চৰণ দুই হৃদয়ে ধৰিলা ॥
মনত গুণয় মোৰ মৰণ মিলয় ।
ইবাৰ ৰাখিয়ো মোক প্ৰভু কৃপাময় ॥১৮৭
আকাশত পাক ফুৰি কুন্তীৰ তনয় ।
পৰিবাৰ বেলা যেন মনত গুণয় ॥
সাৱধানে মন স্থিৰ হৈয়া এহিবাৰ ।
ধৈৰ্য্য বুদ্ধি কৰি বীৰে আলোচিলা সাৰ ॥১৮৮
যোজনেক মানে যায় থিয়াই ৰহিলা ।
যেন কোন জনে তাক নমায়া যে থৈলা ॥
দেখা জন্মেজয় হৰি ভকতিৰ বল ।
ভকতক ৰাখি হৰি ফুৰন্ত কেৱল ॥১৮৯
আকাশৰ পৰা পৰিলন্ত ধনঞ্জয় ।

* বিগুৰ্থি—বিকৰ্থনা কৰি, তিৰস্কাৰ কৰি ।

কৃষ্ণৰ প্ৰভাৱে নপাইলা কোন ভয় ॥
ভকত জনক দুখ দিব কাৰ বাপে ।
ভকতৰ ভয়ে কাল যম-দূত কম্পে ॥১৯০
অনন্তৰে কুন্তীৰ তনয় ধনঞ্জয় ।
কৃষ্ণ কৃষ্ণ উচ্চাৰণ কৰি মহাশয় ॥
মহা সুস্থ ভৈল দেহ পূৰ্ব্বৱত কৰি
বোলে মোক ৰাখিলন্ত কৃপাময় হৰি ॥১৯১
নজানিলো ভীম দদা কিবা তাক মাৰে ।
ৰাক্ষসক মাৰে কিবা আপুনিসে মৰে ॥
মহা ভয়ানক গদা কৃষ্ণে দি আছয় ।
সেহি গদাঘাতে জানো ৰাক্ষস মৰয়॥১৯২
মোহোক মাৰিয়া কিবা ৰাক্ষস দুৰ্ব্বাৰ ।
ভীমক মাৰন্ত কিবা নজানোহো আৰ ।
বিংশতি ত্ৰিদশ সেনা অক্ষৌহিণী ৰায় ।
নিগুটী* কৰিলা সবে নিশাচৰে খায় ॥১৯৩
এহি বুলি ধীৰে ধীৰে কৰিলা গমন ।
হৃদয়ত ধৰি বীৰে কৃষ্ণৰ চৰণ ॥

## অশ্বকৰ্ণৰ লগত ভীম-অৰ্জ্জুনৰ যুদ্ধ ।

বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
কতোবেলি যান্ত পাছে কুন্তীৰ তনয় ॥১৯৪
ৰাজাৰ নগৰখান কৰে জ্যোতিষ্কাৰ ।
হীৰা মণি মৰকতে কৰে চমৎকাৰ ॥
তাৰ মাজে মাজে বীৰে কৰন্ত গমন ।
খসি পৰি আছে দেখে বহু ৰত্ন ধন ॥১৯৫
অনন্তৰে ৰাক্ষসক দেখিলেক যায় ।

নিগুটী— এটিও নথকা, নিশ্চিহ্ন ।



দণ্ডহাতে ভীমক যে মাৰিতে আসয় ॥
সিগোটক আছাৰিলো নাপালো খাবাক ।
আধা মৰা কৰি মই ছবাইবো তোক ॥১৯৬
হেন শুনি বায়ু-সুতে মাথা তুলি চাই ।
বোলে মৰিলন্ত মোৰ ধনঞ্জয় ভাই ॥
আমাক মাৰিবে আজি ঘোৰ নিশাচৰে ।
এতমান লটিঘটি কৰিলা ঈশ্বৰে ॥১৯৭
এহি স্থানে মোক যদি ৰাক্ষসে মাৰয় ।
দুই ভাই মৰি যাবো যমেৰ নিলয় ॥
মই যদি মৰো আজি ইহাৰ হাতত ।
ধৰ্ম্মনৃপতিক বাৰ্ত্তা কহিবো কিমত ॥১৯৮
যদি ৰাক্ষসক বধি পাৰোহো ফিৰিতে ।
অৰ্জ্জুনৰ মৃত্যুকথা কহিবো কিমতে ॥
সুধিবন্ত নৃপতি মোহোৰ মুখ চাই ।
কোন স্থানে এৰিলাহা ধনঞ্জয় ভাই ॥১৯৯
কি বুলি উত্তৰ তাঙ্ক* দিবোহো সন্মুখে ।
শৰীৰ দহয় মোৰ ইটো মনদুখে ।
দণ্ড ধৰি খেদি আহে ঘোৰ নিশাচৰে ।
ঘাওবিষে দুখ মোৰ ভৈল বহুতৰে ॥২০০
যদি মোক হেমা জল নেদিবে মাথাতে ।
আগে মৰি গৈলো হই অৰ্জ্জুন থাকাতে ।
তথাপিতো তাপ মই সহিবে নাপাৰো ।
ভাতৃ-শোক-অগণিত কেনমতে তৰো ।২০১
এহিমতে দুখ শোক কৰে বৃকোদৰ ।
ৰাক্ষসে মাৰিবে আসে ভীমক সত্বৰ ॥
মহাক্ৰোধে মাতে উচ্চে ঘোৰ নিশাচৰে ।
তোৰা দুইকো আনিলো ভুঞ্জিবাক তৰে ॥২০২

তাঙ্ক— তেওঁক

সকগোট আছাৰতে কতবা মৰিল ।
মোহোৰ নখৰ ঘাৱে তই কেনে জীল ॥
মাথাক কামুৰি তোৰ গাৱ ছোবাইবো ।
কতবা দিনৰ মই তৃপিতি পলাবো ॥২০৩
ডাঙ্গৰ মনুষ্য তই পিবোহো ৰুধিৰ ।
মই সনে কৰা যুদ্ধ দেখো কেনে বীৰ ॥
এহি বুহি ৰাক্ষসে ভীমক খেদি যাই ।
তোৰ আজি ভাঙ্গিবোহো কেনে মুনিবাই* ॥২০৪
বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
তেখনে আসিলা সিটো বীৰ ধনঞ্জয় ॥
ভাতৃক দেখিয়া বায়ু-সুত মহাবলী ।
মনত কৌতুক কৰি হাসে খলাখলি ॥২০৫
হায় বাপু তোমাৰ দুখত প্ৰাণ যায় ।
কিমতে জীৱন তোৰ ৰহিলেক ভাই ॥
ধনঞ্জয় বোলে দদা ই কথা থৈয়োক ।
গদা ধৰি ঘোৰ নিশাচৰে মাৰিয়োক ॥২০৬
ভাতৃৰ বচনে বায়ু-সুত মহাবীৰ ।
যুদ্ধক সম্মুখ ভৈলা নিকুজ শৰীৰ ॥
অশ্বকৰ্ণে দেখি পাছে কৰি আলোচন ।
কিন্তু আসুৰিক ইটো মনুষ্য জীৱন ॥২০৭
যেনতেনমতে আক চিন্তিবোহো মাৰ ।
গোটে গিলিবাক শক্তি আছয় আমাৰ ॥
এহি বুলি বেগ দিয়া যায় ধৰিবাক ।
দেখি বৃকোদৰ উঠি বুলিলেক তাক ॥২০৮
শুনাহ ৰাক্ষস তই পাতকী যে ঘোৰ ।
ইমান কথাতো লাজ নভৈল তোহোৰ ॥
মাথাত উঠিয়া তোক প্ৰহাৰ কৰিল ।

* মুনিবাই—পুৰুষত্ব, বীৰত্ব



লাঠিৰ আঘাতে দাঁত চুলি নথাকিল ॥২০৯
তথাপি পৰিঘা হাতে খেদিয়া আসিলি ।
ভীম অৰ্জ্জুনৰ হাতে নিশ্চয় মৰিলি ॥
হেন শুনি ক্ৰোধে তাৰ কম্পে কলেৱৰ ।
ভীমৰ মস্তকে কোব দিলা গুৰুতৰ ॥২১০
হাত পাতি ধৰি বায়ু-সুত মহাবলী ।
দিলেক প্ৰহাৰ তাৰ গাৱক আকলি* ॥
সহিবাক লাগি তাৰ শকতি নভৈল ।
দেও দিয়া তাৰ বুকে চাপৰ মাৰিলা ॥২১১
মুহূৰ্ত্তেক মানে সিটো থমকি ৰহিলা ।
দুৰ্জ্জন ৰাক্ষস তাৰ লোম নলৰিল ॥
যথাত আছয় গদা দেৱ মাধৱৰ ।
তথাক গৈলেক ধনঞ্জয় বৃকোদৰ ॥২১২
অৰ্জ্জুনক দেখি সিটো চাৰে টেৰ কৰি ।
আৰু বাৰ আসি জানো মাৰে চুলি ধৰি ।
অৰ্জ্জুনে দেখিয়া ৰাক্ষসৰ মন ৰঙ্গ ।
ইহাক মাৰিয়া যেন কৰিবেক ভঙ্গ ॥২১৩
হেন দেখি বৃকোদৰে পালটি চাহিলা ।
গদা আনিবাক লাগি লৰৰ মাৰিলা ॥
দেখি ভয় লাগে গদাগোট বৰ অতি ।
নমস্কাৰ কৰি দাঙ্গি তুলি মহামতি ।২১৪
কৃষ্ণ কৃষ্ণ ৰাম কৃষ্ণ তিনিবাৰ বুলি ।
দুই হাতে বলে ধৰি কান্ধে লৈলা তুলি ॥
গদা ধৰি প্ৰকাশ কৰন্ত বৃকোদৰ ।
যেন শূল ধৰি আসি মিলিলন্ত হৰ ॥২১৫
গদাৰ প্ৰভাৱে কান্তি বল যে বাঢ়িল ।
দুই ভাই দেৱবলে বলীয়ান ভৈল ॥
বৈশম্পায়ন বদতি শুনা নৃপবৰ ।

* আকলি— উদ্দেশ্য

সেহিবেলা মাতে অশ্বকৰ্ণ নিশাচৰ ॥২১৬
ৰহ ৰহ মনুষ্য তই কৈক পলাস*।
গদা আনিবাক যাওঁ তাক নেদেখাস ॥
পাছে পাছে খেদি আহে ৰাক্ষস দুৰ্ব্বাৰ।
খেদিয়া পালটি বীৰে দেখে চমৎকাৰ ॥২১৭
শুন সভাসদ পদ পৰম গহন।
শিৱৰ ৰহস্য কথা অতি বিতোপন ॥
বনপৰ্ব্ব কথা ইটো পৰম মঙ্গল।
শ্ৰৱণ মাত্ৰকে পাপ বিদূৰে সকল ॥২১৮
এক চিত্ত মনে কৰা হৰিৰ কীৰ্ত্তন।
হৰি হৰি বুলি চলা বৈকুণ্ঠ ভুবন ॥

॥ ছবি ॥

অনন্তৰে বৃকোদৰে গদা ধৰি যাই কৰে
প্ৰকাশ কৰন্ত ক্ৰোধ অতি।
মাতিলন্ত মহামতি শুনৰে ৰাক্ষস জাতি
পলাইবে কেন কৰা মতি ॥২১৯
বোলে হেন লঘুবাক খানিতেকমানে* থাক
শুনা ওৰে অশ্বকৰ্ণ পাপী।
ভাঙ্গিবো মাথাৰ খুলি* উশীনৰ ৰাজ্য খনি
তই খাই কৰিলিহি লোপ ॥
তোৰ আজি হৈবো কাল সবাৰো গুচাবো শাল
এহি বুলি গদা পাতি দিলা।
কোবাওঁ কোবাওঁ বুলি হুঙ্কাৰিয়া ছুয়ো বলী
খেদিয়া আগক চলি গৈলা ॥২২০

—০ঃ০—

পলাস— পলাই যোৱা, খানিতেকমান— খন্তেকমান, মাথাৰ খুলি— মূৰৰ খোলা।



ঝুমুৰী

মহাবীৰ দুই জন।
কৰে অতি ঘোৰৰণ ॥
ভীমে মাৰে গদা তুলি।
প্ৰহাৰয় হুহু বুলি ॥২২১
নাহি তাঙ্ক ভুৰি ভঙ্গ।*
কাটা কাটি কৰে অঙ্গ ॥
কুন্তীৰ তনয় বীৰ।
দুৰ্জ্জয় পৰম ধীৰ ॥২২২
মাধৱৰ গদা পাই।
মন স্থিৰ কৰি যাই ॥
আনন্দৰ নাহি পাৰ ॥
ৰাক্ষসৰ হৈবে মাৰ ॥২২৩
শুনিয়োক বুদ্ধ* জন।
ইটো কথা বিতোপন ॥
বষ্ণৱ-চৰিত্ৰচয়।
শুনিলে পাতক ক্ষয় ॥২২৪
মিলয় মুকুতিচয়।
বিষ্ণুত ভকতি হয় ॥
গুছে সংসাৰৰ ভয়।
পাৱে মহাসুখচয় ॥২২৫
যাৰ বৈকুণ্ঠক মন।
শুনিয়োক সৰ্ব্বজন।
ভাৰত ভূষণে কয় ॥
কৰা সবে জয় জয় ॥২২৬
এৰি আন সৰ্ব্ব কাম।
ডাকি বোলা ৰাম ৰাম ॥২২৭

*ভূৰি-ভঙ্গ— ক্ষেৰেপ, গন্য, বুদ্ধ— জ্ঞানী।

ভীমৰ হাতত-অশ্বকৰ্ণৰ পতন।

পদ

বৈশম্পায়ন বদতি শুনা জন্মেজয়।
কহোঁ পাছ কথা যত নকৰা সংশয়॥
এহিমতে গদা দণ্ড ধৰি মহাবীৰ।
কৰন্ত সমৰ দুই নিকুজ* শৰীৰ॥২২৮
নাহি ভয় দুয়ো হানে* গাৱে ঘাম বহে।
জিনিবাক লাগি তান শৰীৰ নসহে॥
ভাগৰে পীড়িলা যেবে ৰাক্ষস দুৰ্ব্বাৰ।
যুদ্ধ কৰি দুৰন্তে দেখয় অন্ধকাৰ॥২২৯
এত হন্তে বৃকোদৰ ছিদ্ৰক আকলি।
ঘোৰ নাদ কৰি ভীমে হাসে খল খলি।
দেও দিয়া মহা ক্ৰোধে কোব এক দিলা॥
মাথাটুকি নপাইলা মাটিত পৰিলা॥২৩০
মূৰ্ত্তিমন্ত গদা ভীমে লই মহাছোটে।
কটিভাগে কোব দিলা দুৰাচাৰ গোটে।
অৰ্জ্জুনে বোলন্ত দদা কিবা চোৱা আৰ।
দুৰাচাৰ ৰাক্ষসৰ চিন্তিয়োক মাৰ॥২৩১
কতো বেলি অসুৰৰ সুস্থ ভৈলা গাৱ।
ডাঙ্গ* লৈয়া উঠিলেক নিকুজ স্বভাৱ॥
পৰিঘা তুলিয়া কোব দিলেক ভীমক।
গদা পাতি বায়ু-সুতে নিবাৰিলা তাক॥২৩২
পাক দিয়া তাহাৰ পিঠিৰ পাছে যাই।
কাতি হুয়া কোবেক যে দিলেক বহুৱাই॥
দাৰুণ সন্ধানে গদা প্ৰহাৰ কৰিলা।

* নিকুজ— সুস্থ, সুন্দৰ * হানে— জনে
* ডাঙ্গ— দচি



পিঠিক ভাঙ্গিয়া তাৰ হাড় বিদাৰিলা॥২৩৩
ভীমৰ প্ৰহাৰ পাই বাগৰি পৰিলা।
প্ৰাণ যাই বুলি বলে আটাসক দিলা॥
তাৰ আটাসৰ মহা ধ্বনিক শুনিলা।
তিনি গোট লোকে তাৰ শব্দে লড়িলা॥২৩৪
ভীম অৰ্জ্জুনৰ জানা কৰ্ণে ধৰে তাল।
হেমা কুমাৰীয়ো ভয়ে উকৰি পৰিল॥
হেন দেখি বায়ুৰ কুমাৰ মহাবলী।
শ্ৰুতি এৰি খেদি গৈলা গদাগোট তুলি॥২৩৫
আলাগতে দেও দিয়া প্ৰহাৰ কৰিলা।
থাচ্ কৰি ৰাক্ষসৰ মাথাক ভাঙ্গিলা॥
সত্তৰি যুগৰ বুঢ়া ত্ৰিশিৰা ৰাক্ষস।
ভীমসেনে তাক মাৰি ৰাখিলেক যশ॥২৩৬
গিৰ গিৰ শব্দে ৰুধিৰ বাজ ভৈলা।
বিতললোকৰ সব আপদ গুছিল॥

হেমা-কন্যাৰ সৈতে ভীম-অৰ্জ্জুনৰ শ্ৰীফল ভক্ষণ।

বৈশম্পায়ন বদতি শুনা নৃপবৰ।
তযু পিতামহগণ যুদ্ধত তৎপৰ॥২৩৭
দুৰাচাৰ অশ্বকৰ্ণ ৰাক্ষসক মাৰি।
বিতললোকৰ ভয় নিবাৰণ কৰি॥
দুই ভাই এক ঠাই বসিলন্ত যাই।
বহুদিন ভৈল তান্ক অন্ন জল নাই॥২৩৮
তথাপি মনত কোন নাহিকে অসুখ।
ৰাক্ষসক বধি তাৰা পৰম সন্তোষ॥
সেহি বেলা ৰাজাৰ কুমাৰী বৰনাৰী।
তাসম্বাৰ পাশে গৈলা অতি শীঘ্ৰ কৰি॥২৩৯

অৰ্জ্জুনে বোলন্ত দদা ভৈল বিসঙ্গতি ।
বিষাদ কৰয় যুধিষ্ঠিৰ মহীপতি ॥
দণ্ডে যুগ যায় জানো আমাক সুমৰি ।
কৰিয়ো উপায় যাওঁ অতি শীঘ্ৰ কৰি ॥২৪০
পৃথিৱীত যেন মত আছো বিতলত ।
বিধিৰ লিখিত ইটো আছিল পূৰ্ব্বত ।
আৰু কিবা হোৱে তাক বুজিবে নপাৰি ।
আনো বুলি আনিলেক বিতল-নগৰী ॥২৪১
ইটো কথা মনত নাহিকে মহাবলী ।
হেন শুনি ভীমে হাসিলেক খলাখলি ॥
ভাল কহিলাহা বাপু দয়াৰ ভাই ।
হৰক দেখিবে বাপু মোৰ ইচ্ছা যাই ॥২৪২
জগতৰ অন্ত তেহোঁ দেৱ ত্ৰিনয়ন ।
তাঙ্ক দৰশন মোৰ ভাগ্যৰ কাৰণ ॥
মহাপুণ্য কৰি তাঙ্ক দৰশন ভাৱ ।
কিন্তু ভাগ্য সুপ্ৰসন্ন আজি আমাসাৰ ॥২৪৩
অৰ্জ্জুনে বোলন্ত দদা সাফল জীৱন ।
ব্ৰহ্মা আদি দেৱে যাৰ নাপায় চৰণ ॥
কিমতে আমি তাঙ্ক পাইবো দেখিবাক ।
এহি বুলি ধনঞ্জয় মাতিলা হেমাক ॥২৪৪
শুনিয়ো কুমাৰী তই কহিয়ো কাৰণ ।
কেনমতে হওঁ মহেশক দৰিশন ॥
ঐৰ পৰা পন্থ বা হোৱয় কত দূৰ ।
কোন দিকে থাকে কোৱা শঙ্কৰৰ পুৰ ॥২৪৫
বিনা পূজা ধ্যানে তাঙ্ক দেখি কি নেদেখি ।
মনুষ্য শৰীৰ অতি পূৰ্ব্বজন্মে লেখি ॥
মুনিয়ে বোলন্ত শুনা ৰাজা জন্মেজয় ।
দেখা বৈষ্ণৱৰ কেনে মনত সংশয় ॥২৪৬



দেৱৰ দুৰ্ল্লভ মহন্তক দৰিশন ।
কুন্তীৰ তনয় কেনে সঙ্কোচিত মন ॥
পাণ্ডু-পুত্ৰ সব জানা বৈষ্ণৱৰ সাৰ ।
মহা ভাগ্য তাসম্বাৰ কি বুলিব আৰ ॥২৪৭
সৰ্ব্বপাপ নষ্ট হোৱে সাধু দৰশন ।
শিৱৰ সমান মুখ্য নাহি ত্ৰিভুবন ॥
হেমাৰ বচন এবে শুনা ৰঙ্গ মনে ।
ধীৰে ধীৰে কহে শান্তী শুনে ভীমাৰ্জ্জুনে ॥২৪৮
ঐৰ পৰা হোৱে পন্থ সপ্তম দিনৰ ।
প্ৰহৰেকে পাওঁ মই পুৰী মহেশৰ ॥
যি কালত পিতৃ পূজা কৰে শঙ্কৰক ।
বৃষভস্কন্ধত চড়ি আসে ইথানক ॥২৪৯
ভূত প্ৰেত আদি কৰি সঙ্গীগণ সঙ্গে ।
আকাশ ছানিয়া সবে আসে মনৰঙ্গে ॥
তোৰা দুইজনে যদি পথে চলি যাবা ।
শীঘ্ৰ বেগে গৈলে দিন চাৰিমানে পাবা ॥২৫০
এহিমতে পথৰ কাহিনী কহিলন্ত ।
পুনৰপি কুমাৰী বচন বুলিলন্ত ॥
শুনা নগৰৰ কহো যিসব কাৰণ ।
মনুষ্যৰ ভোগ্য কিছু নাহিকে ইথান ॥২৫১
আছে মহাফল জানা পিতৃৰ বাৰীত ।
বাৰ মাসে সিটো ফল ফলে সুশোভিত ॥
শঙ্কৰক পূজা দেয় স্বাদত অমৃত ।
তাহাক ভুঞ্জিলে লোকে হোৱে কৃত কৃত্য* ॥২৫২
মনুষ্যে ভুঞ্জিলে হোৱে অজৰ অমৰ ।
কিন্তু সিটো ফল জানা পাইতে দুষ্কৰ ॥
নপাকে নসৰে সিটো বৃক্ষত থাকয় ।

---

* কৃত কৃত্য— সিদ্ধকাম, কৃতাৰ্থ, ধন্য ।

প্ৰাৰ্থনা কৰিলে তাৰ একটী পৰয় ॥২৫৩
দহকুৰি লোকে তাক ভুঞ্জিবে পাৰয়।
তাহাক ভক্ষিলে ক্ষুধা তৃষ্ণা দূৰ হয় ॥
শঙ্কৰে যে সেহি ফল দিলন্ত পিতৃক।
কোনে কহিবেক তাৰ মহিমা যতেক ॥২৫৪
কৃপালু ঈশ্বৰ হৰ পিতৃ আগ দিলা*।
সেহি কল্পতৰু ফল পিতৃ রুই থৈলা ॥
বহু কালে বহু ফল বৃক্ষত লাগয়।
সেহি ফলে পিতৃ মহাদেৱক পূজয় ॥২৫৫
তাৰ গন্ধে গৌৰী দেৱী সন্তুষ্ট হোৱয়।
বৈকুণ্ঠত থাকি কৃষ্ণে তাৰ গন্ধ পায় ॥
অজৰ অমৰ হোৱে তাহাক ভুঞ্জিলে।
তাৰ নাম শ্ৰীফল যে জানিবা সকলে ॥২৫৬
গোসানী সন্তোষ হয় পত্ৰে পূজিলন্তে।
পূজা লভি গৌৰী মাৰে আনন্দ কৰন্তে ॥
অশ্বকৰ্ণ ৰাক্ষস আছিল যি কালত।
বৃক্ষে নধৰয় ফল তাহাৰ ভয়ত ॥২৫৭
পাছে এহি বাৰ্ত্তা যেবে ৰাক্ষসে জানিলা।
ছেদিবাক* মনে সিটো ওচৰ চাপিলা ॥
ব্ৰহ্মময় বৃক্ষ পাছে মূৰ্ত্তিমন্ত ভৈলা।
বিপ্ৰৰূপ ধৰি তাক মাতিবে লাগিলা ॥২৫৮
শুনা অশ্বকৰ্ণ মোক নকৰা ছেদন।
শিৱে মোক আদেশ নকৰে যতক্ষণ ॥
এতেকেসে ফল দান নেদো মই তোক।
ফল দিবে আদেশ কৰয় যদি মোক ॥২৫৯
শঙ্কৰৰ তাক্ত যাই আদেশ আনিমা।

* আগ দিলা— আগত দিলা, সন্মুখত দিলা।
* ছেদিবাক— কাটিবলৈ মন কৰি।



শিৱৰ আদেশে আছো এথা অপেক্ষিয়া ॥
যদি মোক আদেশ কৰয় সদাশিৱে।
বিস্তাৰ কহিলো মই ইহাক জানিবে ॥২৬০
শুনিয়া ৰাক্ষসে বৰ সংশয় মিলিলা।
কৰযোড় কৰি পাছে মাতিবে লাগিলা ॥
কৰিবো আদৰ মই নেৰিবো তোমাক।
নিতে চাৰিগোট ফল দিবাহা আমাক ॥২৬১
বৃক্ষে বোলে চাৰি গুটি ফল কি কৰবা।
এক গুটি ফল চাৰি দিনত ভুঞ্জিবা ॥
অনন্তৰে অন্তৰ্দ্ধান ভৈলা তৰুবৰ।
দুৰ্জ্জন ৰাক্ষস সিটো অজয় অমৰ ॥২৬২
বৰ ছিদ্ৰ কাৰণেসে তোমাক আনিলো।
ষোড়শ ভাতৃক মই উদ্ধাৰ কৰিলো ॥
ভুঞ্জিবা শ্ৰীফল মই কহিলো কাৰণ।
পাছে শঙ্কৰৰ স্থানে কৰিবা গমন ॥
বৈশম্পায়ন বদতি শুনা জন্মেজয়।
শুনি ৰঙ্গ ভৈলা দুয়ো কুন্তীৰ তনয় ॥
আগত গৈলেক হেমা পাছে কুন্তী-সুত।
দেখিলা শ্ৰীফল গাছে অতি অদভুত ॥২৬৪
সুবৰ্ণে খচিত ৰত্নে গুড়ি বান্ধিছয়।
যোজন বেঢ়িয়া আছে দেখি লাগে ভয় ॥
সৰ্ব্বকালে বৃক্ষত লুগুছে ফলচয়।
খুজিলে মাত্ৰকে ফল গোটিক দিয়য় ॥২৬৫
এক এক ফল আছে হস্তীৰ সমান।
হল-ফল* কৰি লাগে দেখিতে সুঠান ॥
নসৰে নপকে ফল শেষ যে নহয়।
ভীম-অৰ্জ্জুনৰ দেখি আনন্দ মিলয় ॥২৬৬

* হল-ফল— মোক খা মোক খা কৈ।

তাৰ দুই গোট ফল ভূমিত পৰিল।
ফলৰ শবদে জানা পৃথিবী লৰিল॥
এক গোট ধৰি বীৰ কুন্তী-সুত বলী।
বলে চেপি ৰস তাৰ পিলা হলাহলি॥২৬৭
গুচিলেক ক্ষুধা তৃষ্ণা শৰীৰ শীতল।
ভৈল তেজ বল শ্ৰম গুচিল সকল॥
পক্ষীয়ে অমৃত পান কৰিলে যিমত।
অজৰ অমৰ সিয়ো হোৱে তেন মত॥২৬৮
দুই ভাই মিলি একগোট ভক্ষিলন্ত।
কতবা দিনক লাগি তৃপিতি ৰৈলন্ত॥
হেমা কুমাৰীয়ো ভুঞ্জিলন্ত অৱশেষ।
প্ৰকাশ কৰন্ত কান্তি গুচিলেক ক্লেশ॥২৬৯
মুনি মন মোহে সুন্দৰীৰ ৰূপ অতি।
মনত অৰ্জ্জুনে বোলে হৈব আৰ পতি॥
মনে মনে দুয়ো জনে পতি ভাৰ্য্যা ভৈলা।
তাসম্বাৰ মন ভীমসেনে নজানিলা॥২৭০

হেমাৰ সৈতে ভীম-অৰ্জ্জুনৰ শিৱদৰ্শন কৰিবলৈ গমন আৰু বাটত অশ্বকৰ্ণৰ পুত্ৰ আৰু দৈত্য সৈন্যসকলৰ সৈতে যুদ্ধ।

বৈশম্পায়ন বদতি শুনা জন্মেজয়।
অনন্তৰে ধনঞ্জয় বচন বোলয়॥
জগত ঈশ্বৰ হৰ আছয় যথাত।
তথাত চলোহো আমি দেখিবো সতত॥২৭১
পূজা ধ্যান কৰি আমি ব্ৰত আচৰিবো।
তাহাঙ্ক দেখিবে লাগি শুদ্ধ চিত্ত হৈবো॥
জগতৰ নাথ প্ৰভু শিৱ ভগৱন্ত।
পূৰ্ণ সনাতন তেহো বৈষ্ণৱ অনন্ত॥২৭২



তাহাক দেখিবো আমি মহাভাগ্য কৰি।
আবে শঙ্কৰৰ স্থানে চলিয়ো সুন্দৰী॥
মহামায়া সমে প্ৰভু যি থানে আছন্ত।
তাহাঙ্ক দেখিয়া মন কৰিবোহো শান্ত॥২৭৩
সেহি সময়ত ঘোৰ অথন্তৰ ভৈল।
যিটো অশ্বকৰ্ণ ঘোৰ ৰাক্ষস মৰিল॥
তিনিয়ো লোকত সিটো মহা বলিয়াৰ।
ত্ৰিংশ কোটীলক্ষ দানৱৰ অধিকাৰ॥২৭৪
কৃপা, কৰ্ণ, জম্ভা, ঐসি ভীমবৰ্ণ নাম।
যাক অৰি কৰি আছে মহা ঘোৰ কাম॥
মধ্যমৰ পুত্ৰ সিটো ৰাক্ষসী তনয়।
শিৱ দিয়া অনন্তক পূজিয়া থাকয়॥২৭৫
চৈধ্য ভুৱনত তাৰ নাহিকে মৰণ।
মনুষ্যত নিয়া থৈলা মৃত্যুৰ কাৰণ॥
নৰনাৰায়ণ অৱতাৰ হোৱে যৈতে।
তাৰা দুই পিতা-পুত্ৰে নষ্ট হৈবে তৈতে॥২৭৬
তাৰা দুই তৈতে যদি লগ নাপাৱয়।
ব্ৰহ্মাৰ দিনেকমান মৃত্যু নাহিকয়॥
এহি বৰ তাঙ্ক দিয়াছয় ব্ৰহ্মাদেৱে।
ধনঞ্জয় তাহাক বধিল্লা সেহি ভাৱে॥
ত্ৰিংশ লক্ষ দানৱৰ ভৈল অধিকাৰ।
সি কাৰণে ধনঞ্জয় চিন্তিলন্ত মাৰ॥
কত দিন পৰে ভক্ষ্যাভক্ষ বস্তুচয়।
পিতৃক লাগিয়া সিটো দিয়য় পঠায়॥২৭৮
অনেক দানৱগণে আনে যত্ন কৰি।
সি স্থানে পাণ্ডৱে মাৰয় যতন কৰি॥
সেহি অশ্বকৰ্ণ বীৰ জীৱশূণ্য ভৈলা।
বিচাৰিয়া কত দূৰে তাহাক দেখিলা॥২৭৯

পৰ্ব্বত সমান দেহা পড়িয়া আছয় ।
মুণ্ডগোট ভাঙ্গিয়া ৰুধিৰ বহরয় ॥
দেখিয়া দানৱগণ লৰৰি আসিলা ।
মৰিল ৰাক্ষসগণ সকলে দেখিলা ॥২৮০
যিবা ৰাজ দুহিতা আছিল হেমাৱতী ।
তেহো নাহিকয় আৰ লগত তহিতি* ॥
অন্যে অন্যে বোলে এবে বুজিলো কাৰণ ।
ৰাজাক মাৰিয়া কন্যা নিলা কোন জন ॥২৮১
পূৰ্ব্বে শঙ্কৰে বৰ ছিদ্ৰ থৈয়া আছয় ।
নৰনাৰায়ণে জানা আমাক মাৰয় ॥
সিটো নৰনাৰায়ণ হোৱয় বেকত ।
আমাসাৰ দিন আৰ নাহি বিতলত ॥২৮২
সেহি যদি কোন কালে লগক পাৱয় ।
এহি গোপ্য কথা যদি তেহো জানিছয় ॥
উপায় কৰিয়া আসি ইহাক মাৰিলা ।
এহিমতে দানৱে যে অনেক গুণিলা ॥২৮৩
হেমাশ্ৰয়া নামে যিটো কুমাৰী আছিলা ।
বহুত লোকক উপকাৰ কৰিছিলা ॥
উশীনৰ ৰাজ্যখান কৰি আছে হত ।
নৱ খৰ্ব্ব দৈত্য বীৰে লেখিবেক কত ॥২৮৪
পাছে সৱে যুক্তি কৰি ইথায়ে আসিলা ।
তাৰ বৰ পুত্ৰে অধিকাৰী কৰি দিলা ॥
কাকো হিংসা নকৰিলা নাহিকয় পাপ ।
সহিতে নপাৰে অধৰ্ম্মৰ বৰ তাপ ॥২৮৫
একেশ্বৰে থৈল তাক বিতল পুৰত ।
অযুতেক পত্নী তাৰ পুত্ৰগণ যত ॥
সবেও এৰিলা তাক দুষ্টৰ কাৰণ ।

* তহিতি— তাত



ইহাৰ বলৰ অন্ত পাৱে কোনজন ॥২৮৬
অনুমানে নৰনাৰায়ণ অৱতাৰ ।
কোন ৰূপে আসি তাৰ চিন্তিলেক মাৰ ॥
আৰু জানো হেমাশ্ৰয়া ৰাজাৰ কুমাৰী ।
তেহো মাৰাইলেক জানো প্ৰৱন্ধ* কৰি ॥২৮৭
আমি সবে শীঘ্ৰে তাঙ্ক বিচাৰিয়া যাওঁ ।
সমস্ত বাৰ্ত্তাক যায় ৰাজাত জনাওঁ ॥
বৈশম্প্যায়ন বদতি শুনা জন্মেজয় ।
এহিমতে দৈত্য সবে আলচ কৰয় ॥২৮৮
সিকালত পাণ্ডুপুত্ৰ বীৰ ধনঞ্জয় ।
হেমা সমে শঙ্কৰৰ স্থানক চলয় ॥
তাৰা সবে দেখন্ত সকল দৈত্যগণে ।
ৰাজাক কহিতে দূত ভেজিলা তেখনে ॥২৮৯
অসংখ্যাত ভক্ষ্য দ্ৰব্য যতেক আনয় ।
ডাঙ্গৰ সমাজ পাতি নিয়ম কৰয় ॥
অযুতেকমান দৈত্য বলত আগাল* ।
কংসসেন নাম তাৰ অধিকাৰী বল ॥২৯০
সেহি সব লোকে বসি কৰে আলোচন ।
আৰে ঘোৰ ঘঞ্চাল* লাগিল সেহি স্থান ॥
অৰ্জ্জুনে বোলন্ত হেমা কহা মোৰ আগে ।
কাৰ সৈন্য আসে ইটো অতি বৰ ৰাগে ॥২৯১
হেমা বোলে দেৱ আৰ শুনিয়ো কাৰণ ।
অশ্বকৰ্ণ ৰাক্ষসৰ পুত্ৰ এহি জন ॥
মাজে মাজে তাক ভক্ষ্য বস্তুক যোগায় ।
অনেক দানৱগণে আসিয়া দিয়য় ॥২৯২
সেহি সব সৈন্য কিবা আসিছে ইঠাই ।

* প্ৰৱন্ধ— বুদ্ধি । *আগাল— জয়াল, আগবঢ়া ।
* ঘোৰ ঘঞ্চাল— অধিকতৰ সমাগম, ঘন যাতায়ত ।

তোমাৰ আবেসে সিটো নিৰ্ৱৰ্ত্তন* নাই ॥
পৰম দুৰ্ব্বাৰ সবে দাৰুণ দুৰ্জ্জয়।
তাক জিনিবাক কাৰ শকতি আছয় ॥২৯৩
আমি তিনিজনে চলা এবো ইটো ঠাই।
শৰণ আশ্ৰয় মাগো শঙ্কৰৰ ঠাই ॥
শঙ্কৰক ভক্তি ভাৱে সেৱিবো সদায়।
পাছে দৈত্য আৰি কাৰ উকৰাব ছাই ॥২৯৪
অৰ্জ্জুনে বোলন্ত শুনা ৰাজাৰ কুমাৰী।
আপোন কৰ্ম্মত তই আপুনি মৰিলি ॥
পলাবৰ কাৰ্য্য নহে মৰণ সময়।
সে'হবা মৰয় নতু আপুনি মৰয় ॥২৯৫
হেন শুনি বৃকোদৰে বোলয় বচন।
মৰিবাৰ কাল তাৰ মিলিলা এখন ॥
এতেকে সিসব আসি এথাতে মিলিলা।
তাহাৰ মৃত্যু কাল সমীপ চাপিলা ॥২৯৬
হেন দেখি নিজমনে নকৰি গমন।
দানৱৰ পৰাক্ৰম বুজিয়ো এখন।
হেমা বোলে দেৱতা তোমৰা দুই ভাই।
আমাক মাৰিবে জানো উপায় নাপাই ॥২৯৭
ভীমে বোলে হেমা তুমি নুবুজাহা বাক।
আমাৰ আগত ধৰি মাৰিবে তোমাক ॥
ভাল কুন্তী মাতৃৰ গৰ্ভত উপজিলো।
কিসক লাগিয়া আমি জনম ধৰিলো ॥২৯৮
যদিৰা আমাক সিতো কৰে নিৰ্ৱৰ্ত্তন*।
তেবে আমি কি কৰিবো বুজা এতিক্ষণ ॥
হেন জানি মনে কিছু নকৰিবা ভয়।

---

* নিৰ্ৱৰ্ত্তন— উভতি অহাৰ উপায়।
* ইয়াত নিৰ্ৱৰ্ত্তন শব্দ ক্ষান্ত অৰ্থত প্ৰয়োগ হৈছে।



দানৱ সবৰ আজি মিলিবে প্ৰলয় ॥২৯৯
এহি বুলি গদাগোট কান্ধে তুলি লৈলা।
আগ ভৈলা ভীম পাছে অৰ্জ্জুন চলিলা ॥
পাছত চলন্ত হেমা শোক-দুখ-মন।
দানৱক ভয়ে সিটো নকৰে গমন ॥৩০০
শুনা সভাসদ পদ পাতালি পৰ্ব্বৰ।
ইহাক শুনিলে দুখ গুছে সংসাৰৰ ॥
দেখা কেনমত কাৰ্য্য ভক্ত বৈষ্ণৱৰ।
ভক্ত অৰ্জ্জুনৰ কথা কহো নিৰন্তৰ ॥৩০১
অনন্তৰে বাক্য আক বুজিতে প্ৰমাণ।
ৰাক্ষসত বৰ-ছিদ্ৰ থৈলা যেন আন ॥
দুৰ্জ্জনক নাশ কৰি ৰক্ষা ভকতক।
নৰ-নাৰায়ণ আসি প্ৰকাশ ভৈলেক ॥৩০২
হেন জানি ভাল কথা কৰিবা শ্ৰৱণ।
সংসাৰ তৰিবে প্ৰতি যাৰ আছে মন ॥
ভাৰত ভূষণে বোলে এহি তনু সাৰ।
বোলা হৰি হৰি সুখে হৈয়োক নিস্তাৰ ॥৩০৩

— | —

## ছবি

মুনিয়ে বোলন্ত আবে শুনিয়োক নৰবৰ
জন্মেজয় পৰীক্ষিত-সুত।
চলি যান্ত সেহি স্থানে দেখিলা দানৱগণে
বসি আছে সমাজেক তাত ॥

কাবো দুই কাবো তিনি বহু শিৰ নেত্ৰ কাবো
কাবো তিনি চাবি ৷ হোৱে।
পৰ্ব্বতৰ শৃঙ্গ যেন আছয় উন্নত হৈয়া
দন্ত যেন আতালৰ* কৰা ॥৩০৪
ফাল্গুনৰ বায়ু যেন নাকৰ নিশ্বাস বহে
বাহু জঙ্ঘা দেখি স্থূলন্তৰ।
মুখৰ দুৰ্গন্ধ তাৰ নাকে ফুটি যায় আৰ
বাতি* আহে নসহে শৰীৰ ॥
বৰ বৰ লোম গাৱে কত মত কৰি চাৱে
চকু যেন সূৰ্য্যৰ সোসৰ।
কতোদূৰমান তেবে একভিতি চাহি থাকি
চলিয়া আসিলা দুয়ো বীৰ ॥৩০৫
হেন দেখি দুষ্ট সবে এক দৃষ্টি চাহি আছে
বোলে এহি দুয়ো বীৰে ধৰ।
আমাৰ ৰাজাক মাৰি কন্যাগোট লৈয়া যায়
কেনে সাহ দেখা মানুষৰ ॥
ক্ষুদ্ৰ মানুষৰ নয় পলায় বাহিৰে যায়
আমাক মাৰিবে ভৈল কাল।
ভিতৰে থাকিলে হন্তে কমনে নিশ্বাস কৰে
ৰাজা শুনি নকৰিব ভাল ॥৩০৬
কতো বোলে তাসম্বাক এৰিয়া কন্যাক ধৰ
তাইসে ইহাক আনে যাই।
দুষ্ট নাৰী মানুষৰ পতি বিচাৰিয়া ফুৰে
জাতিকুল একোকে নচাই ॥
এতেকে তাইক মাৰি পাছে মানুষক মাৰো
ৰাজাৰ কৰিবো প্ৰতিকাৰ।

---

*আতালৰ— চিলিঙৰ, *বাতি— বমি,



শুন ওৰে মানুষিয়া আগ পাছ নচাহিয়া
সাৰিলিহি লগতে নাৰীৰ ॥৩০৭
এহিমতে নিৰন্তৰে নানা বোল বুলি পাছে
তাসম্বাক* ধৰিবাক যায়।
পৰম দাৰুণ দুষ্ট অযুত দানৱৰৰ
সঙ্গে অগ্নি বাদ্যক বাজায় ॥
পাছে বৃকোদৰে বোলে শুনৰে দানৱগণ
বচন বোলহ হেন কেন।
দুৰাচাৰ ৰাক্ষসক মাৰিয়া কৰিছো ভাল
লোকৰ খণ্ডিবো দুখমান ॥৩০৮
দুৰ্জ্জন ৰাক্ষস সিটো সবাৰেসে ধূমকেতু
তাক লাগি খেদ পৰিহৰি।
সবে মিত্ৰ বন্ধুগণ আনন্দে বৰ্ধ্বিয়ো যায়
আপুনি আপোন ৰক্ষা কৰি ॥
অশ্বকৰ্ণ ৰাক্ষস যে কৃতান্ত* ঘৰক গৈলা
তাত তোমাসাৰ কিনো ভৈলা।
ভাল চাই সবে তেই লৈয়ো অধিকাৰী কৰি
যাক পাপী এৰি দুষ্টলীলা ॥৩০৯

পদ

বৈশম্পায়ন বদতি শুনা নৃপবৰ।
বুলিলা দানৱ সব বচনে ভীমৰ ॥
শুন ওৰে তিৰীচোৰ ছাৱাল নৰৰ।
আমাক দেখিয়া তোৰ লাগিলেক ডৰ ॥৩১০
আমাসাক বহু দেখি ইবাৰক প্ৰতি।

---

* তাসম্বাক— তেওঁলোকক * কৃতান্ত— যম, মৃত্যুৰ অধিকাৰী।

পলাবাক লাগি কৰা অনেক কাকুতি ॥
বুঢ়াৰাজা একেশ্বৰে দুইগোট পাই।
অন্যায় কৰিয়া বীৰে মাৰিলা কোবাই ॥৩১১
বহুতৰ দেখি আবে আমাৰ লোকক।
কাউ বাউ* কৰা আবে আমাক ভয়ক ॥
তোক ক্ষমা নকৰিবো আমাৰ বিস্তৰ।
আমাৰ হাতত তই যাবি যমঘৰ ॥৩১২
এহি বুলি দৈত্যগণে ধৰিবাক যায়।
দেখি বায়ু-সুতে ঘোৰ গদাক উঠায় ॥
সকলো দানৱগণ মাৰিলা কোবাই।
গোট গোট কৰি কতো লৱৰি পলায় ॥৩১৩
দুই দণ্ডমান সৱ দানৱ সেনাক।
সমূলি মাৰিলা সব দানৱ লোকক ॥

## হেমাৰ সৈতে ভীম-অৰ্জ্জুনৰ শঙ্কৰৰ থানত প্ৰবেশ।

দেখি হেমা-অৰ্জ্জুনৰ আনন্দ অপাৰ।
কৰিলা ভীমক গৈয়া হেমা নমস্কাৰ ॥
গুচাইলা মৃত্যুভয় আমাৰ নিশ্চয়।
তোমাৰ সমান উপকাৰী নাহিকয় ॥
বহুজন্ম ভাগ্যকৰি দেখিলো সম্প্ৰতি।
তোমাসাক পালো মই হৰিত ভকতি ॥৩১৫
আবে শঙ্কৰৰ থানে কৰিয়া গমন।
জগতৰ গুৰু তাঙ্ক পাবা দৰিশন ॥
মহাদান তপ ব্ৰতে নাপাৰে দেখিতে।
হেন মহাদেৱে নেদেখিবা কদাচিতে ॥৩১৬
এহি মতে শীঘ্ৰবেগে পন্থে চলি যায়।

* কাল বাউ— কাকুতি-মিনতি।



কতো দিন অন্তে গৈয়া পাইলা সিঠায় ॥
দেখিলেক পুৰীখান মহা মনোহৰ।
বহলে দীঘলে গুণে নাহি সমসৰ ॥৩১৭
হীৰা মৰকত আৰি আছে বহুতৰ।
ৰত্নময় গৃহ সব আছে ভৰপুৰ ॥
প্ৰৱন্ধে নিৰ্ম্মিয়া আছে ময় যে দানৱে।
তৈত লোক সব আছে নিৰ্ম্মল স্বভাৱে।৩১৮
স্ফটিকে গাঠিয়া আছে দেখিছে অনেক।
চন্দ্ৰ সম প্ৰকাশন্ত অদ্ভুত প্ৰত্যেক ॥
তাক আৱৰিয়া আছে মহা বৃক্ষচয়।
নাহি শীত উষ্ণ তাত বাত বৃষ্টি ভয় ॥৩১৯
তাল নাৰিকল গাছ শ্ৰীফল যে আৰু।
ৰসাল থৈকৰা, পদ্ম, ৰচি দেবদাৰু ॥
গাছক আৱৰি সব ফল আছে ধৰি।
বাৰ মাসে লাগি থাকে জক মক কৰি ॥৩২০
অসংখ্যাত ভূত-প্ৰেত পন্থ নিৰোধিয়া*।
তাহাতে ৰখুৱয় ফল ভুঞ্জি মধুময় ॥
লাহৰী লাহৰী তাত সাজি আছে পথ।
মনোময় গতি কৰে যতেক প্ৰমথ* ॥৩২১
কতেক কহিবো গুণ শিৱৰ পুৰীৰ।
প্ৰৱন্ধে ৰচিত যিটো দানৱ শিল্পীৰ ॥
বৈশাখ মাহৰ নদী পৰম গহন।
মাজে মাজে সুগন্ধিত জলে সুশোভন ॥৩২১
তাহাৰ উপৰে পাৰ্থ গতি কৰি যায়।
কিবা জল কিবা স্থল পৰিমিত নাই ॥
যোগময় স্থান সিটো সীমা সংখ্যা নাই।
মধ্যাহ্নৰ পন্থ এক দিবসে এৰায় ॥৩২৩

* নিৰোধিয়া— বাধা দি, * প্ৰমথ— শিৱৰ অনুচৰ।

মুনিয়ে বোলন্ত জন্মেজয় মহাশয় !
শিৱৰ ৰহস্য থান মহা মনোময় ॥
তোমাত কহিবে পালো গুৰুৰ কৃপায় ।
লোকত প্ৰচাৰ হৈবে পৃথিবী আলয় ॥৩২৪
অনন্তৰে পাইলা গৈয়া হৰৰ আলয় ।
দ্বিতীয় বৈকুণ্ঠ যেন সাজিয়া আছয় ॥
এহিমতে ভীম ধনঞ্জয় হেমা সতী ।
প্ৰমথ-নগৰ চাহি ৰহিলন্ত অতি ॥৩২৫
শিৱৰ ভকত যত মনুষ্য সকল ।
ভোগ ভুঞ্জি উপাসনা কৰে কৌতূহল ॥
উশীনৰ পুত্ৰ সবে লোক সমন্বিতে ।
শঙ্কৰক কৰন্ত ভক্তি একান্ত চিত্তে ॥৩২৬
নাহি জৰা ব্যাধি শোক চিন্তা যত ভয় ।
অন্য প্ৰজাগণ সবে তথাতে আছয় ॥
যদি খসি খসি পৰে কোটি ব্ৰহ্মাগণ ।
শঙ্কৰৰ পুৰী নোহে তথাপি পতন ॥৩২৭
অৰ্জ্জুন বদতি সতী ইটো কাৰ ঠাই ।
কাহাৰ থানক আমি আসিলো এৰাই ॥
হেমা বোলে প্ৰভুদেৱ প্ৰমথ-নগৰী ।
তাক এৰি লভিলোহো মনুষ্যৰ পুৰী ॥৩২৮
শঙ্কৰ দেৱৰ নিজ ভক্ত নিৰন্তৰে ।
চিৰকাল সুখে থাকে ইহাৰ ভিতৰে ॥
হেৰা দেখা ৰেণু ৰেণু থান বিতোপন ।
পূৰ্ণচন্দ্ৰ সম জলে দেখি সুশোভন ॥৩২৯
বহল বিস্তৰ হোৱে সত্তৰি দিনৰ ।
বেৰত প্ৰমাণ হোৱে ষাঠি প্ৰহৰৰ ॥
উচ্চত হোৱয় জানা লক্ষেক প্ৰমাণ ।
ডালে পত্ৰে আগুৰিয়া আছে সিটো থান ॥৩৩০



ব্ৰহ্মময় বৃক্ষ অতি মহিমা আছয় ।
ক্ষুধা তৃষ্ণা ব্যাধি শীত পীড়া নকৰয় ॥
নাহি ক্ষুধা তৃষ্ণা শীত বৰ বিপৰীত ।
হীৰা মৰকত বান্ধি আছয় গুড়িত ॥৩৩১
বহল ডাঙৰ সভাখান ৰুচিকৰ ।
সিদ্ধ সাধ্য বিদ্যাধৰী মুনি নিৰন্তৰ ॥
বহল বিস্তৰ সভাখান ভয়ঙ্কৰ ।
হৰিনাম কীৰ্ত্তনৰ ধ্বনি মনোহৰ ॥৩৩২
দণ্ড ছত্ৰে বাদ্য ভণ্ডে যোগানে আছয় ।
হেন মত সভাখান কৈত নতু হয় ॥
জগত ঈশ্বৰ হৰ ৰত্ন-সিংহাসনে ।
গৌৰী সমে বসিয়া আছয় ৰঙ্গমনে ॥৩৩৩
কতোক্ষণ মানে থাকি সমাজ ভাঙ্গিলা ।
নিজ ভৃত্যবৰ্গ সমে ভিতৰে পশিলা ॥

গৌৰীৰ লগত হেমাৰ সাক্ষাৎ ।

পাছে হেমা দেবী তাৰা দুহান্তক থই ।
গৌৰীৰ থানত গৈয়া প্ৰবেশিলা গই ॥৩৩৪
প্ৰণাম কৰিয়া ৰঙ্গে তথাতে ৰহিলা ।
দেখি মহামায়া দেবী তাহাতে পুছিলা ॥
কৈৰ পৰা আইলা হেমা ৰাজ-নন্দিনী ।
তোৰ দুখ শোক নাশ ভৈল আছো শুনি ॥৩৩৫
দাৰুণ ৰাক্ষস মৰি গৈল যমপুৰ ।
হৈবেক কুশল তোৰ ভ্ৰাতৃ কুটুম্বৰ ॥
কিমতে আসিলা কহিয়োক কথা যত ।
কহিয়ো সকল কাৰ্য্য আমাৰ আগত ॥৩৩৬
বৈশম্পায়ন বদতি শুনা জন্মেজয় ।

শুনি হেমা কুমাৰীৰ আনন্দ হৃদয় ॥
আদ্য অন্ত কথা যত গৌৰীত কহিলা।
যেনমতে দুহাস্তক গৰ্ত্তক আনিলা ॥৩৩৭
অশ্বকৰ্ণ ৰাক্ষসক যিমতে মাৰিলা।
বৰাহ বিষ্ণুৰ গদা যিমতে লভিলা ॥
শুনিয়ো গোসানী আই কথা গুৰুতৰ।
বনত আছিলা আৰু পুত্ৰ পাণ্ডৱৰ ॥৩৩৮
একজন ৰাজা আৰু চাৰিজন ভাই।
জগত সুন্দৰী তান উপমান নাই ॥
তান দুইক লগে আনিলো ইটোথান।
মাৰিলা কোবাই ৰাক্ষসক পশু যেন ॥৩৩৯
আৰু আসিলেক যত কহিবো কতেক।
কোবাই মাৰিল তাক যেন পশু-জাক ॥
গোঁসাই গোঁসানী দুই দেখিবাক মনে।
দুয়োজন আনন্দে আসিছে ইটো থানে ॥৩৪০

শঙ্কৰৰ লগত ভীম অৰ্জ্জুনৰ সাক্ষাৎ।

হেন শুনি গোসানীৰ কৌতুক মনত।
মহেশৰ আগে জান দিলেক সতত* ॥
শুনিয়ো গোঁসাই কাৰ্য্য হৈয়াছে শোভন।
আসিয়াছে শুনা পাণ্ডুপুত্ৰ দুইজন ॥৩৪১
অশ্বকৰ্ণ ৰাক্ষসক মাৰিলা কোবাই।
তোমাক দেখিবে প্ৰতি আসিছে ইথাই ॥
হেমা কুমাৰীয়ে আনি আছে যত্ন কৰি।
বনৰ মাজৰ পৰা আনিলেক হৰি ॥৩৪২
হেন শুনি ত্ৰিনয়নে হাস্য কৰি অতি।
নিবাক লাগিয়া দূত ভেজিলা সম্প্ৰতি ॥

* সতত—সোনকালে ( সং-সতত = সদায় )



বহি আছে দুই ভাই শিৱক ধিয়ায়।
কহিলেক দূতে তান আদেশ বোলায় ॥৩৪৩
শুনি ৰঙ্গমনে দুই কৰিলা গমন।
প্ৰদক্ষিণ কৰি পাছে থিৰ কৰি মন ॥
দেখিলেক ভীমে পাছে দেৱতা শঙ্কৰে।
প্ৰণাম কৰিলা পাছে দেৱ মহেশ্বৰে ॥৩৪৪
হীৰা মৰকতচয় বিচিত্ৰ আটাল।
ৰতনে খচিত ৰত্ন আছে ভাল ভাল ॥
মহা মহা পাৰিষদগণ নিৰন্তৰ।
সেৱা কৰি ৰহিয়াছে সমাজ বিস্তৰ ॥৩৪৫
অমৃত পায়স মানে যতেক সম্ভাৰ।
দধি দুগ্ধ আনো দ্ৰব্য বহুবিধ আৰ ॥
ৰাজাগণে পূজা দ্ৰব্য দিয়াছে যতেক।
ৰাশিকৃত* হুয়া আছে দেখিলা প্ৰত্যেক ॥৩৪৬
জন্মেজয় বোলে গুৰু কহা কৃপাময়।
হৰক আৰাধি কোন সব ৰাজা হয় ॥
কিমন্ত লক্ষণ তাৰ তাসম্বাৰ কাজ।
কতবা বৰিষ তাৰা ভুঞ্জে ৰাজ কাজ ॥৩৪৭
পৃথিবী মণ্ডলে যত নৃপতি আছয়।
কিবা শঙ্কৰৰ সবে প্ৰসাদে হোৱয় ॥
মুনিয়ে কহন্ত ৰাজা শুনিয়ো কথন।
সম্ভৱি অৰ্ব্বুদ* পৃথিবীত ৰাজাগণ ॥৩৪৮
তাৰ বাছি লোৱা একশত মহীপাল।
পৃথিবী পালক বোলে শুনিয়ো ভূপাল ॥
নৱ লক্ষ নৰেন্দ্ৰ ৰাছিয়া তাত পাই।
তাকে নৰেশ্বৰ বোলে জানা মহাৰায় ॥৩৪৯
আছে বহু প্ৰজা তাৰ লৰে কৰভাৰ।

* ৰাশিকৃত— দমহৈ থকা * অৰ্ব্বুদ—দহকোটি।

উপৰ ৰাজাক সিটো কৰে সতকাৰ ॥
তাকে ৰাজা বুলিয় যে জানাহা সম্প্ৰতি।
মন্ত্ৰীৰ অধীন সিটো জানিবা নৃপতি ॥৩৫০
এই সব সিদ্ধে শঙ্কৰক আৰাধিয়া।
মহেশৰ থানে সেৱা থাকয় কৰিয়া ॥
কৰ্ম্ম অনুসাৰে মহা প্ৰসাদ পাৱয়।
পাছে পৃথিবীত আসি নৰেন্দ্ৰ হোৱয় ॥৩৫১
এহি সব সিদ্ধলোক পৃথিবীত হয়।
বিচাৰত সৰ্ব্বজনে একে বুলি কয় ॥
ইকথা থাকোক আবে শুনা পাছকথা।
পাণ্ডুপুত্ৰ সমে পাছে যি কৰিলা তথা ॥৩৫২
শুনা সভাসদ বনপৰ্ব্ব কথা সাৰ।
ৰহস্য জনম তাৰ সম নাহি আৰ ॥
ইহাক শ্ৰৱণে তৰে সংসাৰ দুৰ্গতি।
ইহকালে ভকতিৰ পৰলোকে গতি ॥৩৫৩
মিলিবে মৰণ কাল অজাগৰে গিলে।
ধন-জন-পুত্ৰ-দাৰা ৰহিবে সকলে ॥
একেশ্বৰে যমৰ কিঙ্কৰে নিবে ধৰি।
ছাড়োক পাতক ডাকি বোলা হৰি হৰি ॥৩৫৪

—।—

ভীম-অৰ্জ্জুনৰ শঙ্কৰ-স্তুতি।

॥ দুলড়ী ॥

মুনিয়ে কহন্ত নৃপতি শুনন্ত
পাণ্ডৱৰ যশচয়।



এহিমতে পাছে হৰক দেখিলা
ভীমসেন ধনঞ্জয় ॥
দিব্য সিংহাসনে বসিয়া আছন্ত
প্ৰলয়-অন্তক* হৰ।
শিৰে ভয়ঙ্কৰ জটা মনোহৰ
অগনিৰ সমসৰ ॥৩৫৫
ৰবি শশী অগ্নি তিনি আসি যেন
জ্বলন্তে আছয় অতি।
শিৰত গঙ্গাক সাৰটি ধৰিয়া
বিষ্ণুৰ গৌৰৱে অতি ॥
সুবলিত ভুজ সৰ্পময় হাৰ
মুণ্ডমালা মনুষ্যৰ।
কটি-বাঘ-ছাল ভস্ম কলেৱৰ
কাল-মূৰ্ত্তি মহেশ্বৰ ॥৩৫৬
ত্ৰিশূল ডম্বৰু জগতৰ গুৰু
সঙ্গে গৌৰী মহাসতী।
ভয়ঙ্কৰ সভা মাজত বসিয়া
প্ৰকাশ কৰন্ত অতি।
সেহি বেলা দুই পাণ্ডৱ কুমাৰ
তথাত দেখিলা শিৱে।
জানু পাৰি ছুয়ো প্ৰণাম কৰিলা
শঙ্কৰ দেৱৰ পাৱে ॥৩৫৭
উঠি কৃতাঞ্জলি বোলন্ত বচন
নমো দেৱ শূলধৰ।
তুমি জগতৰ সংহাৰ কৰন্তা
ব্ৰহ্মা আদি নিৰন্তৰ ॥

* প্ৰলয়-অন্তক প্ৰলয় নাশ কৰোঁতা ॥

তুমি বৰদাতা নৰেন্দ্ৰৰ ধাতা*
কাল-মূৰ্ত্তি-বিভূষণ।
তোমাৰেসে অংশে প্ৰজাক নিয়মে
পালে মহাৰাজাগণ ॥৩৫৮
তুমি পশুপতি প্ৰলয় অন্তক
ব্ৰহ্মাৰ বধ কাৰণ।
তোমাৰ পালন সব দেৱগণ
ভূত-স্বামী ত্ৰিলোচন ॥
এহিমতে বহু স্তুতি কৰি তৈত
ভীম ধনঞ্জয় আছে।
প্ৰলয়-অন্তক দেৱ মহেশ্বৰ
হাসিয়া মাতিলা পাছে ॥৩৫৯

দৈত্যক মাৰিবলৈ শঙ্কৰৰ আশীৰ্ব্বাদ আৰু ধনু-শৰ আনিবলৈ মায়াক প্ৰেৰণ।

॥ পদ ॥

বোলন্ত শঙ্কৰে শুনা ভীম-ধনঞ্জয়।
তোৰাক ইথানে জানা আনি আছো মই ॥
হেমা কন্যা ৰাজাৰ দুহিতা বৰনাৰী।
ৰাক্ষস মাৰিয়া সব লোক ৰক্ষা কৰি ॥৩৬০
দুষ্ট দৈত্য দানৱ আছয় ইথানত।
তাক বধিবাক তোৰা আনিছো সতত ॥
তোৰা দুই বীৰ মোৰ সমবল ধৰা।
মহা ঘোৰৰণ কৰি দানৱক মাৰা ॥৩৬১
জানু পাৰি কৰযোড়ে কহন্ত অৰ্জ্জুন।
নাহি ধনু-শৰ প্ৰভু আমি সব শূন্য ॥

* ধাতা— বিধাতা, ব্ৰহ্মা বা বিষ্ণু, ইয়াত শিৱক বুজাইছে।



হেন শুনি শঙ্কৰে সবাকে চাহিলন্ত।
মায়াক মাতিয়া হেন বাক্য বুলিলন্ত ॥৩৬২
শুনিয়োক মায়া তুমি শীঘ্ৰে গতি কৰ।
বন হন্তে অৰ্জ্জুনৰ আনা ধনু শৰ ॥
পূৰ্ব্বে ব্ৰহ্মা বৰে হৃষ্টপুষ্ট দৈত্যগণ।
মনুষ্যৰ হাতে তাৰ হৈবেক মৰণ ॥৩৬৩
এহি কাৰ্য্যে আনি আছো তোৰা দুহান্তক।
সংশয় নকৰি শীঘ্ৰে মাৰা দৈত্যজাক ॥
শঙ্কৰৰ বচন শিৰত তুলি ধৰি।
তেতিক্ষণে চলিলন্ত মহা বিদ্যাধৰী ॥৩৬৪
হেমন্ত বনক এৰি কদম্ব বনত।
বসিয়াছে ৰাজা কুন্ত নদীৰ তীৰত ॥
পত্ৰৰ গৃহত সিটো কুশলে আছয়।
মনত বিৰসে* কিন্তু যুধিষ্ঠিৰ ৰায় ॥৩৬৫
হাঁ কৃষ্ণ কিনো মোক দিয়াইলা তাপক।
কোনে বান্ধিলেক মোৰ দুখানি বাপক ॥
ভৈল বিসঙ্গতি অতি খুজিয়া নাপায়।
স্বৰ্গ মৰ্ত্ত্য পাতালে কি নিলে কোনে পায় ॥৩৬৬
বলে পৰাক্ৰমে পঞ্চ ভাই পুৰন্দৰ।
শমন* বীৰক সমৰত নাহি ডৰ ॥
ভালে কি আছয় নাহিলেক এতদিন।
গুণন্তে ভাৱন্তে ৰাজা ভৈলন্ত মলিন ॥৩৬৭
সেহি বেলা ধৰ্ম্ম মায়াবীৰ মহাবল।
মনে বোলে কাৰ্য্য মোৰ ভৈলন্ত সাফল ॥
এহি বেশে যায় যদি খোজো ধনু-শৰ।
যদি তাক নিবাক নোবোলে নৃপবৰ ॥৩৬৮
পৰম মহন্ত ৰাজা তাহান বচন।

* বিৰসে— চিন্তা কৰে *শমন— মৃত্যুৰ অধিপতি যম।

বুলিলন্তে সিজিবেক মহাপাপগণ ॥
হেন শুনি কাৰলন্ত পাছে মনস্থিৰ।
যদিবা কহয় মোক বাক্য যুধিষ্ঠিৰ ॥৩৬৯
এহি বেশ এৰি মই ধৰো মায়াবেশ।
ৰাজাৰ আগত যায় হৈবোহো প্ৰবেশ ॥
ধৰিলন্ত সন্যাসীৰ ৰূপ মনোহৰ।
শিৰত ধৰিলা জটা পৰম সুন্দৰ ॥৩৭০
চাৰিপাশে হাৰময় কপাল সুঠাম।
জুটুলা জুটুলি চুলি দেখি মনোৰম ॥
কান্ধত উত্তৰী হাড়মালা ৰুদ্ৰাক্ষৰ।
জক মক কৰে দন্ত দেখি লাগে ডৰ ॥
দাড়ি গোঁফ জটা জুট যত বান্ধিচয়।
কটিত* কপিন তাতে হাৰ মণিময় ॥
আগ বাঢ়ি ল্যাখুটিক ধৰিয়া আছয়।
গল গল কৰি নাম মুখে উচ্চাৰয় ॥৩৭২
হেন বেশে ৰাজাৰ আগত ভৈলা থিয়।
হাত মেলি বোলে বাপু হৌক চিৰঞ্জীৱ ॥
তুমি মহাজন কেনে আছা ইটো ঠাই।
তোমাৰ সঙ্গত দেখো একোজন নাই ॥৩৭৩
হেনয় মহন্ত কেনে থাকা ই ৰাজ্যত।
একেশ্বৰে আছা কেনে পত্ৰৰ গৃহত ॥
ইটো ঘোৰ বনবাস কৰা কি কাৰণ।
লগত সুন্দৰী দেখো আছে একজন ॥৩৭৪
যুধিষ্ঠিৰে বোলে শুনা অপূৰ্ব্ব সন্যাসী।
পাণ্ডুবংশে জন্ম মোৰ বনে আছো আসি ॥
আছয় মোহোৰ ভাতৃ আৰু চাৰিজন।
নকুল সহদেৱ আৰু ভীম অৰ্জ্জুন ॥৩৭৫

* কটিত— ককাল



দুই ভাই মৃগ মাৰিবাক প্ৰতি গৈল।
বহু দিন ভৈল বাপু বাৰ্ত্তা যে নাসিল ॥
হেন শুনি সন্যাসীয়ো দিলন্ত উত্তৰ।
মই বাৰ্ত্তা কহো শুনা ভাতৃ দুহান্তৰ ॥৩৭৬
তাহান্ক লাগিয়া তুমি নকৰিবা শোক।
দেখিবা অল্পতে যত দুখ খণ্ডিবেক ॥
কুন্তীসুত ধৰ্ম্মপাল শোধে যত্ন কৰি।
কৈত দেখিলাহা বুলি শুধন্ত সাদৰি ॥৩৭৭
তেহো বোলে দেখিলোহো বিতলপুৰত।
দুই ভাই আছে মহাদেৱৰ লগত ॥
শুনি যুধিষ্ঠিৰ ৰাজা বুলিলন্ত বাক।
কেন হেন কহিলেক অপূৰ্ব্ব কথাক ॥৩৭৮
দূৰ হও সন্যাসী যে নোৰোলোহো তোক।
মায়াৰী যোগীয়ে ভাণ্ডিবাক চাহ মোক ॥
মনুষ্য শৰীৰ মোৰ ভাতৃ দুই জন।
কেন মতে কৰিলেক বিতলে গমন ॥৩৭৯
মায়াৰী সন্যাসী বোলে বিষ্ণু বিষ্ণু হৰি।
তোমাৰ আগত মিছা কৈৰো কেন কৰি ॥
নুহিক সন্যাসী মই মায়াৰী অধম।
নিবাৰিতে আসি আছো তযু মনভ্ৰম ॥৩৮০
হেমা কন্যা আসিয়া তোমাৰ ভাতৃ দুই।
মহেশ আজ্ঞায়ে নিলা মায়াবন্ত হুই ॥
অশ্বকৰ্ণ ৰাক্ষসক তথাতে মাৰিলা।
দৈত্য বধিবাক লাগি মহাদেৱে নিলা ॥৩৮১
ধনুশৰ নাই বুলি আনিতে কহিলা।
মোৰ নাম মুখে স্মৰি আনিবাক দিলা ॥
বৈশম্পায়ন বদতি শুনা জন্মেজয়।
চাপিলন্ত গৈয়া পাছে ধনুৰ নিলয় ॥৩৮২

হাক দিবে খোজন্তে ধনুক তুলি লৈলা।
মায়া কৰি আসি সিটো আকাশে চলিলা ॥
থাকিয়োক মহাৰাজ নকৰিয়া মৰ্ম্ম।
আসিবন্ত তযু ভাতৃ কৰি মোৰ কৰ্ম ॥৩৮৩

দানৱৰ লগত ভীম-অৰ্জ্জুনৰ ৰণ।

এহি কহি ধনু লৈয়া বিতলে পশিলা।
ধনু-শৰ নিয়া পাছে অৰ্জ্জুনক দিলা ॥
হাতে ধনু ধৰি ধনঞ্জয় মহাবলী।
হৰক নমিয়া বীৰে ৰহিলা আকলি* ॥৩৮৪
হেন দেখি শঙ্কৰে হাসিলা খল খলি।
বোলে আবে চলিয়োক দুয়ো মহাবলী ॥
পূৰ্ব্বৰতে গদাধৰি দানৱ বধিলা।
কাৰ্য্যক সাধিয়া নিজ থানক চলিলা ॥৩৮৫
মহাবেগে দুইবীৰ উৎসাহন্তে যায়।
কতো বেলি মানে গৈয়া ৰণভূমি পায় ॥
কালমেঘসম সৱ দানৱ দুৰ্জ্জয়।
ভীম অৰ্জ্জুনক প্ৰতি শৰ বৰিষয় ।৩৮৬
হেন দেখি মহাকোপে বীৰ বৃকোদৰ ॥
গদাধৰি চলে কালান্তক সমসৰ।
একৈক কোবত শত দানৱ মৰয়।
তথাপি সিসবে পাছ ভৰি নকৰয় ॥৩৮৭
একেলগে খেদি আসে পৃথিবী কম্পায়।
দেখিয়া ভীমৰ কিঞ্চিতেক ভয় নাই ॥
এহি মতে যুদ্ধ ভৈল দুই দণ্ডমান।
শুনা পাছ কথা পৰীক্ষিতৰ নন্দন ।।৩৮৮

* আকলি— চাই থকা, ইয়াত আদেশলৈ অপেক্ষা কৰা।



বনপৰ্ব্ব কথা ইটো পাতালী পৰ্ব্বৰ।
শুনা একচিত্তে যত সভাসদ নৰ ।।
ইহাক শুনিয়ো সবে মন স্থিৰ কৰি।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি ।।৩৮৯

—৩৩—

দৈত্য-দানৱৰ বংশ।

পদ

শুচৰ নপাৰে শৰ ভীম-অৰ্জ্জুনৰ।
অৰ্দ্ধেক প্ৰহৃত তাক কৰিলা সংহাৰ ॥
নপাৰে সমীপ দানৱৰ শৰচয়।
সেহি বেলা হাসিবাক লৈলা ধনঞ্জয় ॥৩৯০
মহা আনন্দিত মনে উঠি বীৰবৰ।
আগ বাঢ়ি যায় ধৰিলেক ধনু-শৰ ॥
প্ৰহাৰিবে লৈলা শৰ ধনুক আজুৰি।
চণ্ডনাদ* কৰি শৰ নিয়ন্ত সংহৰি ॥৩৯১
কাৰো হাত কাটে কাৰো কাটে কঙ্কালত।
শৰ জালে কাৰো গাও ভৈল জৰ্জ্জৰিত ॥
কতো কতো ৰাক্ষসে পাৰয় ধাউ গেৰি*।
মোৰ পুত্ৰ পত্নী সবে এতে ৰৈল পৰি ।।৩৯২
এহিমতে অৰ্জ্জুনৰ শৰে কাটি নিলা।
অৰ্দ্ধেক দানৱ সেনা যমঘৰে গৈলা ॥

* চণ্ডনাদ— খণ্ডৰ শব্দ কৰি।
* ধাউ গেৰি— ডাঙৰকৈ চিঞৰ মৰা।

জন্মেজয় বোলে মোৰ মিলিল সংশয়।
তথাত ৰাক্ষস সৈন্য কতবা আছয় ॥৩৯২
লঙ্কাত ৰাক্ষস আছিলেক যতমানে।
সবে যমঘৰে গৈলা শ্ৰীৰামৰ বাণে ॥
কতনু দানৱ যক্ষ ৰাক্ষস অসুৰ।
সবাহাৰ কহা লেখা মন হৌক স্থিৰ ॥৩৯৪
ঋষিয়ে বোলন্ত ৰাজা ইয়ো কথা হয়।
ভিন্ন ভিন্ন জন্ম জাতি সবাৰো আছয় ॥
সবাহাকে প্ৰকৃতিয়ে স্ৰজিলা পূৰ্ব্বত।
ৰসাতলে থান দিলা কৰি মনোমত ॥
উৎপত্তি প্ৰলয় শুভাশুভ যত হয়।
পূৰ্ব্ব সংস্কাৰে আসি তথাতে মিলয় ॥
হিৰণ্যকশিপু আদি যত দৈত্যচয়।
কশ্যপ ঋষিত হন্তে জন্মিয়া আছয় ॥৩৯৬
কুম্ভকৰ্ণ ৰাৱণ প্ৰমুখ্যে নিশাচৰ।
পৌলস্ত্য ঋষিৰ হন্তে জনম তাহাৰ ॥
নাম গোত্ৰ কহো শুনা আন দানৱৰ।
জম্ভাসুৰ আদি কৰি নমুছি শম্বৰ ॥৩৯৭
দুন্দুভিক ধৃতকেতু-বংশ অন্তধাৰ।
সবে মহা পৰাক্ৰমী বীৰ বলীয়াৰ ॥
মালি যে সুমালি বীৰমালি ভদ্ৰমালি।
এহি সব বীৰ যক্ষবংশে মহাবলী ॥৩৯৮
ইসবক এৰি যক্ষ আছয় বহুত।
সবেয়ো পশিল জাতি যক্ষ পৃথিবীত ॥
পৰম হিংসুক দেখি বিধাতা পূৰ্ব্বত।
তাসম্বাক দিলা থান সবাৰো অধোত ॥৩৯৯
গাৱে গাৱে সবাৰ আছয় অধিকাৰ।
একেবাৰে দেওঁ লেখা* শুনা তাসম্বাৰ ॥

* দেওঁ লেখা— দিয়া, লেখা-হিচাপ।



ষাঠি লক্ষ নৱ খৰ্ব্ব* সত্তৰি অযুত।
বিধাতায়ে থান পূৰ্ব্বে দিলা বিতলত ॥৪০০
সমুদায়ে মহানন্দে তথাতে ৰঞ্চয়।
পৰম বিচিত্ৰ স্থান কশ্যপ-আলয় ॥
কহিলো তোমাত বংশ দৈত্য দানৱৰ।
ইসবত কৰি দম্ভ দৈত্য বলীয়াৰ ॥
মহাবলী কৰি পূৰ্ব্বে প্ৰকৃতি স্ৰজিলা।
ব্ৰহ্মাৰ দিবস মানে তাঙ্ক আয়ু দিল
পৃথ্বী গৰ্ভে মাধৱেয়ো দন্তক বধিলা।
তাৰ পুত্ৰ শুম্ভ নামে ৰজা হৈয়া ৰৈলা ৪০২
অশ্বকৰ্ণ ৰাক্ষসক বধিবাক শুনি।
মহাক্ৰোধ কৰি সিটো আসিলা আপুনি ॥
যত দৈত্য দানৱ আসিছে সিবেলাত।
কোনে লেখা সংখ্যা তাৰ কহিবে শকত ॥৪০৩
ভূত প্ৰেত প্ৰমথক মাৰে নিৰন্তৰ।
উদ্যানোপবন সব ভাঙ্গিলা সত্বৰ ॥
কিল কিল শৱদ শুনন্তে ভয় ভীত।
ভাঙ্গিলা প্ৰমথ-সেনাগণ আছে যত ॥৪০৪

দানৱৰ শিৱৰ থানত উৎপাত।

হেন দেখি দানৱ সকলে বল পাই।
শিৱৰ পুৰৰ ঘৰ বাড়ীক ভাঙ্গয় ॥
তড়াগ পুষ্কৰ্ণী* আৰু সৰোবৰচয়।
হীৰা মৰকত স্থলি চাহন নযায় ॥৪০৫
নাহি ৰাত্ৰি দিন চন্দ্ৰ সূৰ্য্যৰ প্ৰকাশ।

* খৰ্ব্ব— এশ অৰ্ব্বুদ।

* পুষ্কৰ্ণী— পুষ্কৰিণী; পুখুৰী।

সর্ব্বকালে প্রকাশয় স্থানৰ আভাস ॥
কি কহিবো শঙ্কৰৰ থানৰ মহত্ব।
তাহাক ভাঙ্গয় দুষ্ট দৈত্য-সৈন্য যত ॥৪০৬
মহামনোহৰ পুৰী দৈত্যে প্ৰজটিল*।
অনন্তৰ কালত যে ঘণ্ঘাল লাগিল ॥
ধৰ ধৰ মাৰ মাৰ কৰে কোলাহল।
শুনিলা শঙ্কৰে দৈত্য-সেনাৰ আস্ফাল ॥৪০৭
নন্দী ভৃঙ্গী দুইজন মহাপাৰিষদ।
দুহাঙ্কো পাঞ্চিলা কিবা মিলিল প্ৰমাদ ॥
চল শীঘ্ৰ কৰি মোৰ মুখ্য সেনাচয়।
দানৱ সকলে ঘৰ দবজা ভাঙ্গয় ॥৪০৮
মুনিয়ে বোলন্ত পৰীক্ষিতৰ তনয়।
শিৱৰ আদেশে চলিলন্ত সেনাচয় ॥
ৰতনে ৰচিত চাৰু মৰকত স্থলী।
দানৱে ব্যাপিলা তাক দেখি মহাবলী ॥৪০৯
ভাঙ্গিলেক প্ৰমথৰ যত সৈন্যগণ।
পালটিয়া শঙ্কৰত সবে দিলা জান ॥
আদেশ গোঁসাই ঘোৰ মিলিল প্ৰলয়।
দানৱে কৰিলা প্ৰমথৰ বীপৰ্য্যয় ॥৪১০
মাৰিলা কোবাই আমাসাৰ সেনা যত।
খানিতেকে প্ৰবেশিবে পুষ্প আশ্ৰমত ॥

দানৱ সেনাপতি শুম্ভৰ লগত শিৱৰ প্ৰমথ-সেনা আৰু ভীম-অৰ্জ্জুনৰ ৰণ।

শুনি মহেশ্বৰ মুনি মণ্ডক পাঞ্চিলা।
দানৱৰ সৈন্যগণ মাৰিবাক দিলা ॥৪১১

* প্ৰজটিল— সংঘাটপূৰ্ণ কৰা,



লগে লৈয়া প্ৰমথৰ সৈন্য বহুত্তৰ।
ভল্ল ভিন্দিপাল* ধৰি পৰশু মুদ্গৰ ॥
হেন আড়ম্বৰে মুনি মণ্ড চলি যায়।
দেখিলে মাত্ৰকে তাক ধাতু উড়ি যায় ॥৪১২
শেল মুদ্গৰ ধৰি নিসন্ধি চলয়।
প্ৰলয় কালত যেন বাৰিদ* গৰ্জ্জয় ॥
দৈত্য দানৱৰ সেনা আৱৰি চলয়।
মহাক্ৰোধে প্ৰমথসৱক বিনাশয় ॥৪১৩
বৈশম্পায়ন বদতি শুনা জন্মেজয়।
সেহিবেলা ভীমাৰ্জ্জুন মিলিলা তথায় ॥
ঘোৰশৰে মাৰিলেক সৈন্য দানৱৰ।
সেহি সবে শৰবৃষ্টি কৰে নিৰন্তৰ ॥৪১৪
শ্ৰাৱণ মাসত যেন মেঘে বৰিষয়।
উভয় সৈন্যৰ শৰ ভৈলা সেহি নয় ॥
একো একো বীৰে ত্ৰিদশক নুগুণয়।
ভীম অৰ্জ্জুনক শত সহস্ৰে যুজয় ॥৪১৫
সেহি বেলা মহাকোপে বীৰ ধনঞ্জয়।
দুয়োহস্তে দানৱক শৰ প্ৰহাৰয় ॥
হাত ভৰি কাটি কাৰো কান্ধক কাটিলা।
অসংখ্য সহস্ৰ বীৰ ৰণত পৰিলা ॥৪১৬
ভীমসেনে কোবাই মাৰিলা যত যত।
সংক্ষেপ পদত তাক কহিবোহো কত ॥
কতো দূৰে আছে শুম্ভ দানৱৰ ৰাজা।
বাহ্যভণ্ডে দণ্ড ছত্ৰে বেঢ়ি সব প্ৰজা ॥৪১৭
ভীম অৰ্জ্জুনৰ হাতে পাই সবে ত্ৰাস।
ৰাজাত দিলেক জান ছাড়িয়া নিশ্বাস ॥

* ভিন্দিপাল— দলিয়াই মৰা অস্ত্ৰ বিশেষ।
* বাৰিদ— জলৰাশি, পানী।

শুনা ৰাজ-পুত্ৰ তুমি দেখিয়োঁ নেদেখা।
যতেক পৰিল বীৰ নাহি তাৰ লেখা ॥৪১৮
তোমাৰ আগতে বৰ সৈন্য হোৱে ক্ষয়।
ৰণমাজে আছা কেনে শত্ৰুক ডৰায় ॥
শুনি শুম্ভ সেনাপতি সবাকো চাহিলা।
ভীম অৰ্জ্জুনক ৰণ কৰিবে বুলিলা ॥৪১৯
চলা শীঘ্ৰ বেগে সবে বিলম্ব নকৰ।
সমৰৰ মধ্যে মানুষক বেঢ়ি ধৰ ॥
শৃগাল হইয়া সিংহে যুজিতে খোজয়।
কতনো শকতি মৰিবাক শঙ্কা নাই ॥৪২০
কৈত কালজিত বীৰ মোৰ বাক্য ধৰা।
ঘোৰ যুদ্ধ কৰি ভীম-অৰ্জ্জুনক মাৰা ॥
পাছে সাবহিত হুয়া মহাযুদ্ধ কৰি।
প্ৰমথক মাৰি তান ভাঙ্গিয়ো নগৰী ॥৪২১
আপুনি স্ৰ'জিলা কেনে আপুনি নাশয়।
ইটো প্ৰতিকাৰে কিছো দোষ নাহিকয় ॥
নথাকোক ইথানত কৈলাশে চলোক।
তাঙ্ক ইটো ঠাই দিলা কোনলোক ॥৪২২
ইসব ৰাজ্যত জানো মই অধিকাৰ।
মোৰ ৰাজ্যে থাকি কৰে মোৰ অপকাৰ ॥
ইহাক খেদিলে জানা কোনো দোষ নাই।
আমাক খুজিয়া শুনো লৈলা ইটো ঠাই ॥৪২৩
আমাৰ উপৰিৰংশ পূৰ্ব্বত আছিলা।
তাসম্বাক খুজি হৰে এহি ৰাজ্য লৈলা ॥
এবে আমাসাৰ কৰে এত অপকাৰ।
যত বস্তু আছে সবে লৈয়োক সত্বৰ ॥৪২৪
হেনয় জনক খেদিলাত দোষ নাই।
আপুনি থাকোক কৈলাশত সুখে যায় ॥



বৈশম্পায়ন বদতি শুনা নৃপবৰ।
এহিমতে দুৰাচাৰে ভৰ্ৎসিলা বিস্তৰ ॥৪২৫
তিনি ভুবনৰ যিটো কালৰূপ হৰ।
স্ৰজন পালন সংহাৰণে মহেশ্বৰ ॥
হেন মহেশক থান অসুৰে দিৱয়।
মহাজনসবে আৰ বুজিবা আশয়* ॥৪২৬
দাম্ভিক দুৰ্জ্জন মহা দুষ্টগণ যত।
বৈষ্ণৱক নিন্দা বাক্য বোলে নানামত ॥
মহন্তসকলে তাক কটাক্ষ নকৰে।
আপোনাৰ পাপে অধোগতি হুয়া মৰে ॥৪২৭
এহিমতে ৰাজায় বুলিলা মন্দ বাণী।
দুষ্ট সেনাপতি কালজিতে তাক শুনি ॥
মহা মহা বীৰগণ আদেশ কৰয়।
প্ৰমথসকলে যেন খাইবে নপাৰয় ॥৪২৮
হৰ্ হৰ্ কৰি সব দানৱ লৱয়।
আকাশৰ মেঘ যেন ভূমিত পৰয় ॥
বিতলপুৰক চানি চলে নিৰন্তৰ।
প্ৰমথত কৰি মহা তনু ভয়ঙ্কৰ ॥৪২৯
বিকৃতি-আকাৰ মুখ দেখি ভয়ঙ্কৰ।
প্ৰমথ সহিতে যুদ্ধ ভৈলা ঘোৰতৰ।
প্ৰমথ নগৰ শূল প'ৰিঘা বিনায়।
ধনু তূণ বাণ কিছো বিচাৰি নাপায় ॥৪৩০
দৈত্য দানৱৰ ধনু পৰিঘা মুদ্গৰ।
সবে অস্ত্ৰ প্ৰহাৰয় দেখি চমৎকাৰ ॥
প্ৰমথসবৰ শূল পৰিঘাত পৰে।
নাহিকয় অন্য অস্ত্ৰ ধৰিবাৰ তবে* ॥৪৩১
দানৱৰ শৰে সবে ছেদি ভেদি নেই।

---

* আশয়— অভিপ্ৰায়, মনৰ ভাব * তবে— বাবে

প্রমথৰ শূলাঘাত উফৰি পৰয় ॥
মুদ্গৰ হানিয়া কতো আকাশে পৰয় ।
দলি মাৰি তাৰ দশ, কুড়িক মাৰয় ॥৪৩২
সতৰদিনৰ পন্থ দানৱে জুড়িলা ।
শঙ্কৰৰ নগৰত খলক লাগিলা ॥
বেঢ়িলা দানৱে আসি পুৰী নিৰন্তৰ ।
গিৰ্ গিৰ্ শবদ শুনন্তে ভয়ঙ্কৰ ॥৪৩৩
ভাঙ্গে ঘট পট ধ্বনি বড় নীচজনে ।
শঙ্কৰৰ আগত কহন্ত দুখ মনে ॥
আদেশিয়ো গোঁসাই কাৰ্য্যৰ বিসঙ্গতি ।
কৈৰ পৰা নৰ গুটি অসিলা অহিতি ॥৪৩৪
কিবা ব্ৰহ্মা কিবা যম আসে মূৰ্ত্তিধৰি ।
ইন্দ্ৰ, চন্দ্ৰ, সূৰ্য্য, তাৰ নোহে সম সৰি ॥
ধনু, বাণ, গদা, তূণ, নাহি পৰিমিত ।
গদাগোটে পাৰে সব ত্ৰৈলোক্য জিনিত ॥৪৩৫
ভাঙ্গিয়া দানৱ-সৈন্য কিছো বিনাশিলা ।
কতোমানে মুখ্য-দানৱক জান দিলা ॥
চৌৰাশী-হাজাৰ-খৰ্ব্ব দানৱ পদাতি ।
সবাতো অধিক দৈত্য দন্তৰ সন্ততি ॥৪৩৬
বৰ বৰ বীৰ তাৰ নৰলক্ষ হয় ।
সুৰাসুৰ জিনিব্যক অক্লেশে পাৰয় ॥
আৰু একথা প্ৰভু শুনিছো নিশ্চয় ।
একজন শুনো আৰু বিৰঞ্চি আছয় ॥৪৩৭
আছয় ভূলোক তাৰ লেখা জোখা নাই ।
তাৰ অধিপতি সিটো ব্ৰহ্মা গদা পাই ॥
তাতে বৰ লভি আছে দানৱ সকলে ।
তাতে সে ব্ৰহ্মাৰ লোকে নপাৰয় বলে ॥৪৩৮
দুই গুটি মনুষ্যৰ মহত্ব আছয় ।





বৰ ঈশ্বৰত সিটো কৰিছে অশ্ৰয় ॥
আসম্বাৰ কাৰ্য্য যত দেখন্তে অদ্ভুত ।
ৰাক্ষস দানৱগণ মাৰিলা বহুত ॥৪৩৯
শোণিতে বহয় নদী দেখি ভয়ঙ্কৰ ।
উথলয় ঢউসব দেখি লাগে ডৰ ॥
সিটো দুহাতৰ কাৰ্য্য দেখি লাগে ভয় ।
একে শৰে কাটে আনে গদায়ে মাৰয় ॥৪৪০
কতো কতো শোণিত-নদীতে ডুবি মৰে ।
কতো কতো বীৰ মানে সান্থৰি অন্তৰে * ॥
বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
এহি শুনি শঙ্কৰত পাৰ্ব্বতী শোধয় ॥৪৪১
আৰো কৈত আছে ব্ৰহ্ম কহিতে লাগয় ।
শুনো একজন আৰো শঙ্কৰে আছয় ॥
তোমাৰ সমান কিবা অধিক হোৱয় ।
ইহাৰ মীমাংসা মোক কহিয়ো গোঁসাই ॥৪৪২
শুনি ত্ৰিনয়নে হেন বুলিলা বচন ।
আছন্ত ঈশ্বৰ কৃষ্ণ দেৱ সনাতন ॥
যাক চৰাচৰে সদা আৰাধি সেৱন্ত ।
তান সৃষ্টি বিভৱৰ নাহি আদি অন্ত ॥৪৪৩
আঠ কোণে আঠখান ভুবন আছয় ।
তাহাৰ কোষৰে* কৌটি ব্ৰহ্ম প্ৰকাশয় ॥
তাতে মুখ্য কৰি ব্ৰহ্ম ৰুদ্ৰাদি আছয় ।
স্থানে স্থানে যায় লীলা বিনোদ কৰয় ॥৪৪৪
যিটো কথা কহিলো পৰম গুহ্যতৰ ।
ইবেলাত নহে সিটো কথা প্ৰস্তাৱৰ ॥
আবে মহাৰণ হুয়া আছে ভয়ঙ্কৰ ।

* সান্থৰি অন্তৰে— সাঁতুৰি পাৰ হয়, সাঁতুৰি আঁতৰে ।
* কোষৰে— ওচৰত, সমীপত, নিকটত ।

আমাক দানরে খেদে বিতলপুৰৰ ॥৪৪৫
তাহাতেসে খুজি আমি লৈলো ইটো থান।
তাহাৰ উপৰি বংশে দিলা কিছো মান॥
এতেকে দানরে মোক কৈলাশে খেদায়।
ইটো কথা পুছিবাক নলাগে নিশ্চয় ॥৪৪৬
বৈশম্পায়ন বদতি শুনা মহাশয়।
এতেকতে দানরৰ সৈন্য ভৈল ক্ষয়॥
মুনিমন্ত আদি কৰি প্ৰমথ অপাৰ।
নিৰন্তৰে দানরৰ চিন্তিলেক মাৰ ॥৪৪৭
পাছে দানরৰ সৈন্য শৰ-বৃষ্টি কৰে।
প্ৰমথসকলে ভঙ্গাইল নিৰন্তৰে॥
নাক, কাণ, হাত, ভৰি ফুটি নিৰন্তৰে।
মহাপীড়া পায়া সবে লৰৰি অন্তৰে ॥৪৪৮
আশা এৰি গৈলা নর দিৱসৰ পথ।
আগবাঢ় গৈলা নিমন্ত মহাৰথ॥
শূলে বিন্ধি মাৰে শত সহস্ৰ খোঁচত।
তথাপিতো আগবাঢ়ি যায় মেলি হাত ॥৪৪৯
এহিমতে দানৱ মাৰিলা বহুত্তৰ।
অনন্তৰে নগৰ পশিলা শঙ্কৰৰ॥

## শঙ্কৰ-পাৰ্ব্বতীৰ ৰণযাত্ৰা

পাৰ্ব্বতীত হৰে পাছে বুলিলা বচন।
আমিয়ো সমৰে আজি কৰিবো গমন ॥৪৫০
পাৰ্ব্বতী বোলয় প্ৰভু মই সঙ্গে যান।
অৰ্জ্জুন-ভীমৰ আজি দেখো পৰাক্ৰম॥
হেন শুনি বৃষভ সাজিলা নন্দী বীৰ।
অলঙ্কাৰ পিন্ধিলন্ত সমস্তে শৰীৰ ॥৪৫১



পৰ্ব্বত শিখৰ সম বৃহৎ শৰীৰ।
থানে থানে অলঙ্কাৰে শোভে বীৰবৰ॥
হীৰা-মণি-মুকুতা-ৰতন-প্ৰৱালৰ।
দিলা অলঙ্কাৰ যেন প্ৰকাশ সূৰ্য্যৰ ॥৪৫২
তাহাতে লগাইলা খাট ৰত্ন সুবৰ্ণৰ।
আৰিলন্ত চন্দ্ৰতাপ বহুল বিস্তৰ॥
মুকুতা মুৰাৰি থোপা জিলি মিলি জ্বলে।
লৈলন্ত ঘৃগুৰা তাৰ ভয়ঙ্কৰ গলে ॥৪৫৩
থৈলেক উপৰে ভোজনৰ বস্তু যত।
শৃঙ্গে সমে জ্বলে যেন ৰত্নৰ পৰ্ব্বত॥
তাহাতে চড়িলা যেবে দেৱ ত্ৰিনয়ন।
ব্ৰহ্মময় চিৰঞ্জীৱ বৃষভ-বাহন ॥৪৫৪
প্ৰকাশ কৰয় নৱ আদিত্যৰ জ্যোতি।
পৰম সুন্দৰ ধৌত দেহ জ্বলে অতি॥
দণ্ড-ছত্ৰে বাদ্য-ভণ্ডে ধৰিলা যোগান।
দল-দপ কৰে তান নসহে সন্ধান ॥৪৫৫
যুদ্ধাৰু যতেক আছে আগত চলয়।
যেন মেৰু গিৰিবৰ দেখিতে তেনয়॥
কাৰো তিনি চাৰি হাত ত্ৰিশূল প্ৰচণ্ড।
লহ্ লহ্ জিহ্বা মেঘ হোৱে খণ্ড খণ্ড ॥৪৫৬
কাৰো তিনি কাৰো চাৰি কাৰো পঞ্চমুখে।
পৰ্ব্বতক গিলিবাক পাৰে অপ্ৰয়াসে॥
নিকটায় আছে দন্ত জাঁপ নযায়।
দেৱতা মনুষ্যে তাক দেখি পায় ভয় ॥৪৫৭
উঝটিতে নিয়ে দৈত্য-দানৱ কটক।
উলটি ভাঙ্গয় সব নছাৰে পাছক॥
কতো যুদ্ধ কৰি সেনা লাথিয়া মাৰিলা।
দুই পৰমানে ভূমিখান শূন্য ভৈলা ॥৪৫৮

দেখিলেক দৈত্য বীৰ দেৱ ত্ৰিনয়নে।
অৰ্জ্জুন ভীমক দেখি কৰিলা বিমনে* ॥
বোলন্ত গোঁসাই কাৰ্য্য ভৈল বিসঙ্গতি।
দৈত্য সেনা বহুত দুহান্ত অল্পমতি ॥৪৫৯
নেদেখিলো তাসম্বাক দৈত্যৰ আৰত।
কৰন্ত সমৰ দুই দৈত্যৰ মাজত ॥
যেন ঘোৰ মেঘ মধ্যে চন্দ্ৰৰ প্ৰকাশ।
ক্ষণে ঢাকে ক্ষণে তাৰ দেখয় আভাস ॥৪৬০

## শিৱ-পাৰ্ব্বতীৰ কথোপকথন।

পাৰ্ব্বতী বোলন্ত প্ৰভু শোক কিকাৰণ।
মোৰ দুই পুত্ৰে জানো হাৰিবেক ৰণ।
ইটো কথা মনত নানিবা পশুপতি।
তোমাৰ আমাৰ শক্তি টুটয় সম্প্ৰতি ॥৪৬১
ভালমতে শক্তি দিয়া মহেশ্বৰ দেৱ।
মই বৰ দিলো তাক নিজিনৌক কেৱ ॥
শঙ্কৰ বদতি দেৱী শুনা গিৰি-সুতা।
বাঢ়ি আছে দৈত্যগণ ব্ৰহ্মাৰ বৰত ॥৪৬২
মনুষ্যত মাত্ৰ কিছুমান ছিদ্ৰ থৈলা।
এতেকেসে দৈত্যৰ বহুত প্ৰজা ভৈলা ॥
পাতাল পৃথিৱী সবে দেৱক পীড়য়।
বাৰে বাৰে অমৰাৱতী কাঢ়িয়া লৱয় ॥৪৬৩
পৰম দানৱ দৈত্যগণ আছে যত।
কাহাকো মুগুণে সবে বলৰ দৰ্পত ॥
যদি ভীমাৰ্জ্জুন হস্তে নাশ নাহি হয়।
পাতাল-পৃথিৱী মানে হৈবে দৈত্যময় ॥৪৬৪

* বিমনে বিমৰ্ষ হোৱা, বেজাৰ কৰা, বিষাদ কৰা।



কিন্তু অল্পমতি বীৰ দুয়ো মানুষৰ।
প্ৰমত্ত দানৱ সৈন্য বলত বিস্তৰ।
এতেকে তাহাৰ মই সহায় হইবো।
যতেক দানৱ মানে মাৰিয়া পেলিবো ॥১৬৫
পাৰ্ব্বতী বদতি প্ৰভু দেৱ ত্ৰিনয়ন।
আপুনি নাশয় ব্ৰহ্মা সব সৃষ্টিগণ ॥
দানৱক বৰ দিলা কিসৰ নিমিত*।
কিহেতু চিন্তয় তাৰা লোকৰ অহিত ॥৪৬৬
সৰ্পক দিয়য় দুগ্ধ ভালুকক কোৰ।
কেনে হেন বিধাতাৰ মতি ভৈল চুৰ ॥

## দানৱৰ লগত ভীম-অৰ্জ্জুনৰ ৰণ আৰু ভীমৰ বিশ্ৰাম।

এহি বুলি মৌন ভৈলা জগতজননী।
দানৱগণেয়ো বেঢ়ি আসিলন্ত চানি ॥৪৬৭
লক্ষে লক্ষে কৌটি কৌটি দানৱ দুৰ্ব্বাৰ।
দেৱাসুৰে নসহয় লহৰী যাহাৰ ॥
ভাঙ্গিল প্ৰমথ যত দৈত্যৰ সন্ধানে।
আটাস পাৰয় দৈত্য বল আছে মানে ॥৪৬৮
বিতলপুৰক গৈয়া পৃথিৱীক যায়।
নিশেষে মানুষ খাইবো কমনে বাখয় ॥
পাতাল-বিতল-স্বৰ্গ-পৃথিৱীক যাবো।
সকল দেৱতা-ভাগ একত্ৰ কৰিবো ॥৪৬৯
একালে পাতালে ৰহিবাক নুযুৱায়।
চাৰিখান মান লৈলে আমাক আটয় ॥

* নিমিত— পাঠান্তৰ নিমিত্ত।

এহিমতে দৈত্য সবে বটে নানা ভাবে ।
শুনি শঙ্কৰৰ আৰ নসহিল গাৱে ॥৪৭০
বোলন্ত পাতকী সবে মিলাৰে প্ৰলয় ।
চাৰিলোক লৈবে মনে আলোচ কৰয় ॥
পৃথ্বীগৰ্ভে মাধৱে মাৰিলা একবাৰ ।
সেহি ধৰি চকিছিল দানৱ দুৰ্ব্বাৰ ॥৪৭১
ব্ৰহ্মা-দেৱ-বৰে সবে বাঢ়িয়া আছয় ।
ইবাৰ উঠিলে আৰ কমনে ৰাখয় ॥
ইথানে ইহাক আমি ৰাখিবে লাগয় ।
অৰ্জ্জুন-ভীমৰ হস্তে কৰাইবো ক্ষয় ॥৪৭২
এহি কহি বহি আছে দেৱ ত্ৰিপুৰাৰি ।
মুনিয়ে বোলন্ত ৰাজা শুনা মন কৰি ॥
অনন্তৰে কুন্তীৰ তনয় ধনঞ্জয় ।
পোন্ধৰ অযুত দৈত্য নিলা যমালয় ॥৪৭৩
তাৰে পঞ্চ অযুত উঠিলা পুনৰ্ব্বাৰ ।
উঠি উঠি অৰ্জ্জুনক পুনু দিলা ধাৰ ॥
ব্ৰহ্মাৰ বৰত পুনু জীৱে মৰি মৰি ।
কৰয় প্ৰহাৰ শৰ হাতে ধনু ধৰি ॥৪৭৪
গাৰি-শিৰ বিভাগিয়া যতেক পৰয় ।
সিসব দানৱ আৰ জীৱে নপাৰয় ॥
বৃকোদৰে মাৰিলা দানৱ কোটি কোটি ।
এক কোটি মাৰি আৰ কৰিলা নিগুটি ॥৪৭৫
কোটি এক উঠি পুনৰ্ব্বাৰ ৰণ কৰে ।
দেখি বায়ু-সুত অতি চমকিল বৰে ॥
কিনো অদ্ভুত ক্ষয় নাহি দানৱৰ ।
পুনু পুনু উঠি আসি কৰয় সমৰ ॥৪৭৬
নসহে শৰীৰ মোৰ শৰৰ সন্ধানে ।
দানৱৰ ছোটত জীবাক শঙ্কা মনে ॥



ধাৰাসাৰে বহে ৰক্ত সৰ্ব্বশৰীৰত ।
ফুলিল মাদাৰ* যেন বসন্ত কালত ॥৪৭৭
নচলয় হাত ভৰি কৰে ৰাম ৰাম ।
সবাশৰ-আৰে কিছো কৰিবো বিশ্ৰাম ॥
এহিবুলি লুকাইলা বায়ুৰ কুমাৰ ।
অৰ্জ্জুনে বোলয় ৰণ ভৈল ঘোৰতৰ ॥৪৭৮
কতো দানৱৰ শৰে নসহে শৰীৰ ।
ঋমক দেখয় কুন্তী-সুত মহাবীৰ ॥
লগত সহায় নাই কৃষ্ণ নাম বিনা ।
কৃষ্ণ নাম ঘনে ঘনে কৰয় স্মৰণ ॥৪৭৯
সেহি বেলা দন্তৰ তনয় দুষ্টজন ।
সৈন্যৰ মৰণ দেখি কোপ কৰি মন ॥
অৰ্জ্জুনে বোলয় দানৱৰ বৰ ৰাগ ।
আহ বুলি ধনু ধৰি ভেটিলেক আগ ॥৪৮০
নমো নমো নাৰায়ণ পুৰুষ-প্ৰধান ।
ভকতক ৰক্ষা কৰি ফুৰা সৰ্ব্বক্ষণ ॥
তোমাৰ ভৃত্যৰ ভৃত্য হোক মোৰ মতি ।
বদতি ভাৰতচন্দ্ৰ কৃষ্ণ পদে ৰতি ॥৪৮১
হৰি হৰি স্মৰা আত্মা তাহান চৰিত ।
ৰাম ৰাম বুলি লোৱা পৰলোক বিত* ॥

—*::*—

দানৱৰ লগত অৰ্জ্জুনৰ ৰণ ।

। দুলড়ী ।

ঋষি নিগদতি শুনা মহামতি
নৃপ পৰীক্ষিত-সুত ।

* মাদাৰ— মদাৰ ফুল, * বিত— বিত্ত, ঐশ্বৰ্য্য

দেখন্ত শঙ্কৰ দৈত্য অৰ্জ্জুনৰ
সমৰ ভৈল অদ্ভুত ॥৪৮২
অসংখ্য দানৱ কৌটি এক মানৱ
দানৱৰ উলি জুলি* ।
তিনিয়ো লোকক লৈবেক খোজয়
কৰি ঘোৰ মহত্বালি ॥
মোহৰ পুৰীক আক্ৰমিয়া ধায়
স্বৰ্গপুৰ লৈবে মন ।
অৰ্জ্জুন ভীমৰ হাতত মৰিয়া
উঠি পুনু কৰে ৰণ ৷ ৪৮৩
দম্ভৰ তনয় দাৰুণ দুৰ্জ্জয়
বীৰৰ মধ্যে প্ৰচণ্ড ।
অৰ্জ্জুন বীৰক মহাশৰ বৰ
বৰষিলা বৰচণ্ড* ॥
কতো আকাশত কতো শৰীৰত
কতো যায় অন্তৰিয়া ।
কুন্তীৰ তনয় সন্ধানে ফুটিয়া
ৰুধিৰে বহয় হিয়া ॥৪৮৪
মহাশৰ ঘাৰে ঝমক দেখিয়া
কুন্তী পুত্ৰ ধনঞ্জয় ।
বৰ ত্ৰাসান্বিত হুয়া বীৰবৰ
কৃষ্ণনাম উচ্চাৰয় ॥
অৰ্জ্জুনৰ হেন বিশ্ৰুতি দেখিয়া
ভকত-বৎসল হৰি ।
হৃদয়ে প্ৰবেশি যত দুখ শোক
নিৰন্তৰে দূৰ কৰি ॥৪৮৫

---

* উলি জুলি— হাঁহাকাৰ, উদ্ভণ্ডালি ।
* বৰচণ্ড— বৰ খণ্ডাল ।



সব পীড়া দূৰ ভৈলা অৰ্জ্জুনৰ
খণ্ডিলা সবে বিকল ।
কৃষ্ণ-গুণ-তেজে উল্লাসিল মন
যোল গুণে ভৈল বল ॥
শৰঘাৰে যত পীড়া পাইলেক
ক্ষণেকে সব গুচিল ।
ইটো মোৰ দুখ কৃষ্ণে গুচাইলে
মনত আক জানিল ॥৪৮৬
মহাবলৱন্ত বীৰ ধনঞ্জয়
ক্ৰোধে অতি উথলিল ।
অসংখ্যাত শৰ প্ৰহাৰ কৰিয়া
দানৱক নিৰোধিল ॥
দেখা জন্মেজয় ভকত বৎসল
কৃষ্ণৰ কৃপালু ভাৰ ।
সৰ্ব্বভাৱে হৰি ভক্তক ৰাখন্ত
যেহেন পুত্ৰক মাৱ ॥৪৮৭
ক্ষণেকে অৰ্জ্জুন দৈত্যৰ শৰত
পৰি যান্ত যমালয় ।
পৰম ঈশ্বৰ কৃষ্ণেসে ৰাখিল
নুহি ইটো অসম্ভৱ ॥
কৃষ্ণৰ সমান কৃপালু দেৱতা
নাহি জানা সাৰে সাৰ ।
হেন জানি ৰাজা কৃষ্ণৰ চৰণে
নেড়িবা ভকতি আৰ ॥৪৮৮
ই কথা থাকোক শুনা পাছ কথা
ধনঞ্জয় যি কৰিলা ।
সি বেলাত দম্ভ দানৱৰ সুতে
অৰ্জ্জুনক যি বুলিলা ॥

যেন আকাশত মেঘৰ গৰ্জ্জন
বুলিবে লৈলা বচন ।
শুনা মানুষৰ ছাৱাল দুৰ্জ্জন
মিলিল তোৰ মৰণ ॥৪৮৯
আপুন পৰক নিচিনিয়া কেনে
বিতলপুৰে অসিলি ।
দন্দ্ব কিনি আসি অকাৰণে কেনে
বিপাঙ্গে পৰি মৰিলি ॥

—৩৩—

দন্তৰ পুত্ৰৰ লগত অৰ্জ্জুনৰ ৰণ আৰু শঙ্কৰৰ দ্বাৰা ভীম অৰ্জ্জুনৰ আত্মৰক্ষা ।

॥ পদ ॥

বৈশম্পায়ন বদতি শুনা জন্মেজয় ।
দৈত্যৰ বচন শুনি পাণ্ডুৰ তনয় ।।৪৯০
মহাশোক দুখে তাক বোলয় বচন ।
শুন অৰে দুৰাচাৰ দন্তৰ নন্দন ॥
কেনমতে ৰট দুষ্ট অশুভ বচন ।
আপুনি মৰিলি দুষ্ট কুবুজি কাৰণ ॥৪৯১
যতেক মাৰিয়া আছো দৈত্য সমৰত ।
সি সবক তই কেনে নাৰাখা ৰণত ॥
মুনিষায়* কথা কহ নিলাজ বৰ্ব্বৰ ।

* মুনিষাই— পুৰুষত্ব ।



শঙ্কৰক খেদি লইবি কৈলাস নগৰ ॥৪৯২
হেন বুলি পাষণ্ড কহস কোন লাজে ।
মহাকাল মুৰ্ত্তি আৰ নাহি যাত নাজে ॥
তাহাঙ্ক অৱজ্ঞা কৰ মৰণ বেলাত ।
দেখ পাপী আজি মই কৰো কন্ধপাত ॥
এহি বুলি কুন্তীৰ তনয় বলীয়াৰ ।
অদৈত্য কৰিবো আজি লোক নিৰন্তৰ ॥
দেৱ-গন্ধৰ্ব্বৰ গুচাইবো দৈত্যভয় ।
ৰাৰে ৰাৰে দুৰাচাৰে ইন্দ্ৰক যুজয় ।।৪৯৪
পাতালৰ পৰা উঠি পৃথিবীক যায় ।
ব্ৰহ্মাত লভিয়া বৰ কৰে মুনিষায় ॥
সবাহাৰ দুৰ্গতি খণ্ডাবো এহি ঠাই ।
যদি মোক বৰ দেন্ত হৰ কৃপাময় ।।৪৯৫
এহি কহি ধনু খান টঙ্কাৰ কৰিলা ।
দৈত্যৰ সেনাৰ মাজে চমক লাগিলা ॥
নাগ-কক্ষ শৰপাত যুড়িলা গুণত ।
দানৱগণক আজি কৰিবো বিঘাত* ।।৪৯৬
মন্ত্ৰ অভিষেক কৰি কৰ্ণমানে টানি ॥
আটাসেক দিয়া বীৰে পঠাইলেক হানি ॥
বিম্বাদশৱদে শৰ পথে বহি যায় ।
দন্তৰ পুত্ৰৰ শিৰ আলাগতে পায় ॥৪৯৭
তাৱক্ষণে তাক শৰে কাটি পেলাইলা ।
সিংহ যান হস্তে খসি ভূমিত পৰিলা ॥
সাৰথি সহিতে সিংহ গোট জাম্পদিলা ।
অনেক দানৱ সৈন্য ছোটক্ত মৰিলা ॥৪৯৮
খানিতেক মানে সিটো পড়িয়া আছিল ।
ডেও দিয়া শিৰ গোট গাণ্ডিত* লাগিল ॥

* বিঘাত— নাশ, ধ্বংস । * গাণ্ডিত— গাৰিত ।

মুনিয়ে বোলন্ত বাজা শুনা জন্মেজয় ।
দেখি অৰ্জ্জুনৰ অতি মনত বিস্ময় ॥৪৯৯
আগৰ সন্ধানে আৰ নৰহে শৰীৰ ।
পৰাক্রমে ইহাৰ ছেদিলো নিজ শিৰ ॥
ইবাৰ অসুৰে মোক নেড়িব কদাচ ।
এহি বুলি মনে গুণি কৰন্ত আলচ ॥৫০০
ধনুখান ধৰি বীৰে তূনক চাহিলা ।
বাসৱৰ দত্ত অস্ত্র মনত পৰিলা ॥
বঘাসুৰ বধিবাক দিলা হৰি হয় ।
তাক জুৰিলন্ত আনি কুন্তীৰ তনয় ॥৫০১
ঢল ঢল কৰে কঙ্ক পাখী যেন নয় ।
শাণিত তীখাল বৰ চাহন নযায় ॥
তাক প্রহাৰিবে প্রতি গুণত জুড়িলা ।
দেখি দৈত্যগোট আসি শৰ প্রহাৰিলা ॥৫০২
ব্রহ্মাৰ বৰত সিটো বাঢ়িয়া আছয় ।
যতেক কাটয় অস্ত্রে বল হে বাঢ়য় ॥
মহাবীৰ অৰ্জ্জুনক প্রহাৰিয়া শৰ ।
নাক-মুখ-গাৱক ছেদিলা নিৰন্তৰ ॥৫০৩
হৰ-পাৰ্ব্বতীৰ বৰে পীড়া নপাৱন্ত ।
খানিক বিশ্রামি বীৰে শৰ হানিলন্ত ॥
ৰিম্বাদ শৰদে শৰপাত চলি যায় ।
অগনি কণিকা তাৰ গাৱত বঝায়* ॥৫০৪
মহাবেগে আসি তাৰ গাৱত পড়িল ।
তীক্ষ্ণতৰ শৰ পৰি শিৰক ছেদিল ॥
ক'ত গৈলা দৈত্য গোট চাহে নিৰন্তৰ ।
অৰ্জ্জুনৰ তূণত পশিলা পুনৰ্ব্বাৰ ॥৫০৫
বৈশম্পায়ন বদতি শুনা জন্মেজয় ।

---

* বঝায়— জিলিকে, ফুটি উঠে, ওলায় ।



মণিমস্তক মাতিলা হৰ কৃপাময় ॥
শুনা মণিমস্ত কহা অৰ্জ্জুনৰ আগে ।
প্রহাৰ কৰোক পাশুপাত্র মহাভাগে ॥৫০৬
আনমতে দৈত্যবধ কৰণ নযায় ।
চৈদ্ধয় লোকত দৈত্য অন্যায় কৰয় ॥
পৰম প্রবন্ধে তাক প্রকৃতি নির্ম্মিলা ।
কাম মূর্ত্তি শঙ্কৰক সেই শূল দিলা ॥৫০৭
পৰম প্রচণ্ড ভাৰ ধৰি ত্রিপুৰাৰি ।
এহি মহাশূল তাৰ গুণ যে বিস্তাৰি ॥
প্রলয় অন্তক যিটো শঙ্কৰ দেৱৰ ।
প্রকৃতি স্রজন তিনি গুণ যে শ্রেষ্ঠতৰ ॥৫০৮
শঙ্কৰেসে ধৰে আনে নপাৰে ধৰিতে ।
কালৰূপী পূজা খাই থাকয় তহিতে ॥
শঙ্কৰক পূজিলে তাহাৰ পূজা হয় ।
অৰ্ব্বুদ নিৰ্ব্বুদ যুগ তহিতে আছয় ॥৫০৯
যি বেলাত সদাশিৱ মোহিত ভৈলেক ।
খাইবে নপায় শূল শুখিল প্রত্যেক ॥
ব্রহ্মালোকে গৈয়া ব্রহ্মা সভাত আছিলা ।
অনন্তৰে দুষ্ট দৈত্য ব্রহ্মাক চিন্তিলা ॥৫১০
ব্রহ্মাক আৰাধি যুজিলন্ত অম্রাৱতী ।
বিৰিঞ্চি বোলয় মই নহো অধিপতি ॥
পাছে বিধাতাক এহি শূলক খুজিলা ।
শঙ্কৰৰ শূল বুলি তেহেন্তে কহিলা ॥৫১১
পূজা নাখাই আসিছে মোহোৰ থানক ।
তই অল্পমতি লইবি কেনমতে আক ॥
শঙ্কৰত বাজে আনে ধৰিতে নাপাৰে ।
মহা প্রলয়ত আক ধৰে দেৱহৰে ॥৫১২
কাকূতি মিনতি কৰি অসুৰে বোলয় ।

মোক এই মহাশূল দিয়ো কৃপাময় ॥
আৰু আক ধৰিবাক দিয়োক শকতি ।
এহিখানি বৰ মোক দিয়ো প্ৰজাপতি ॥৫১৩
এৰিতে নাপাৰি ব্ৰহ্মা শূলে বৰ দিল ।
চৌৰাশী হাজাৰ যুগ পাতালে আছিল ॥
বছৰত একবাৰ তাহাক পূজয় ।
দেৱতা মনুষ্য হস্তী দৈত্য মৃগচয় ॥৫১৪
এতেকে প্ৰকাৰে তাক পূজে বলি কৰি ।
কসটি-শিলাৰ গৃহে ৰাখিছে সাদৰি ॥
পূৰ্ব্বে ব্ৰহ্মা ছিদ্ৰ ৰাখি বুলিলা নিশ্চয় ।
যিকালত আহি শূলে আচণ্ডি* কৰয় ॥৫১৫
মনুষ্যে মাৰিবে তেবে সৈন্যগণ যত ।
তোহোৰ হৈবন্ত মৃত্যু তাহাৰ হাতত ॥
বৈশম্পায়ন বোলে পৰীক্ষিতৰ তনয় ।
ব্ৰহ্মাৰ বচন সব মিলিল নিশ্চয় ॥৫১৬
দন্তৰ তনয় পাছে আৰ বল দিল ।
শৰদ কৰিয়া শূল মাজতে উঠিল ॥
তাহাক হাতত ধৰি যানত চড়িল ।
প্ৰহাৰেক মানে জানা ধৰণী লড়িল ॥৫১৭
গমনে হোৱয় পছিশ মাসৰ পথ ।
দানৱৰ পৰাক্ৰম কি কৈবো মহত ॥
অৰ্জ্জুনে বোলন্ত নাহি দন্তৰ তনয় ।
বলে কাটি গাণ্ডি মুণ্ড পলাল নিশ্চয় ॥৫১৮
দূৰক নিবেখি দৈত্য সৈন্যৰ মাজত ।
নেদেখিয়া কিছো চক লাগিল মনত ॥
দানৱ-মায়াবী সিটো কোন মায়া কৰে ।
ইহাক জানয় মাত্ৰ সদাশিৱ হৰে ॥৫১৯

* আচণ্ডি— আচন্দ্ৰায়, ।



এহিমানে দণ্ড চাৰিমানে বিতৰ্কিলা
পাছে ৰিণি ৰিণি মাত্ৰ তাহাক দেখিলা ॥
প্ৰলয়ৰ মেঘ যেন সিংহ বাহনত ।
বিধূম* অগনি যেন শূলৰ মহত্ব ॥৫২০
দানৱৰ সেনাধিক আছে নিৰন্তৰ ।
চাহান নযায় তাৰ ৰশ্মি ভয়ঙ্কৰ ॥
বাহন সহিতে যেন বহ্নি প্ৰলয়ৰ ।
লাগিল চমক সবে দৈত্য কটকৰ ॥৫২১
অৰ্জ্জুনৰ সমীপ চাপিল বৃকোদৰ ।
কম্পিল শৰীৰ ভয় ভৈল গুৰুতৰ ॥
বোলে বাপ আমাসাৰ মিলিল মৰণ ।
আছোক যুজিবো দেখি নৰহে জীৱন ।৫২২
কিবা অস্ত্ৰ, কিবা শস্ত্ৰ, কিবাশূলধৰ ।
হেন মত নতো দেখো ব্ৰহ্মা ৰুদ্ৰ শৰ ॥
ধনঞ্জয় বোলে দদা নাহিকে ৰক্ষণ ।
প্ৰলয় অন্তক ইটো ত্ৰিশূল প্ৰধান ॥৫২৩
এক ত্ৰিনয়ন দেৱ শঙ্কৰত পৰে ।
চৌদ্ধয় ভুৱনে আজি কোনে ৰক্ষা কৰে ॥
আমি কৈত লাগো দুইজনে গুণে মন ।
ইন্দ্ৰ আদি দেৱতাৰ মিলয় মৰণ ॥৫২৪
তথাপিটো যেহি হৌক ধৰো ধনুশৰ ।
এহি কহি ব্ৰহ্মা-শৰ লৈলা বীৰবৰ ॥
গদা গোট নমি বীৰে ধৈৰ্য্যভাৰ ধৰি ।
ৰাম কৃষ্ণ নাম সুমৰন্ত শ্ৰদ্ধা কৰি ॥৫২৫
তাত পাছে দৈত্য গোট সমীপ চাপিল ।
দণ্ড চাৰিমান সিটো অন্তৰে ৰহিল ॥

* বিধূম— ধোৱাযুক্ত,
* বেধূম— বেছি, বহুত অৰ্থত ব্যৱহাৰ হয় ।

আকাশ লঙ্ঘিয়া মহাসিংহ গোট তাৰ।
শূল ধৰি প্ৰকাশ কৰয় তুৰাচাৰ ॥৫২৬
বাঢ়িৰে লাগিলা শূল বহলে দীঘলে।
নসহয় সিংহে ঝাম্প দিলা মহীতলে ॥
কম্পয় বিতলপুৰ তাহাৰ সন্ধানে।
বায়ু লাগি সমুদ্ৰত নৌকা ঘূৰে যেনে ॥৫২৭
নিষ্কম্প অনন্ত কণা হালি হালি যায়।
দিগ্ গজ সকলে শ্ৰমে ফোঙ্কাৰি* চেচায়।
চৈদ্ধয় ভুবন কম্পে থৰথৰি কৰি।
ব্ৰহ্মভুবনত সবলোক গৈলা ডৰ ॥৫২৮
উফড়িবে লৈল সাত সাগৰৰ জল।
চমক লাগিল যত পৰ্ব্বতসকল ॥
চন্দ্ৰ, সূৰ্য্য, বায়ু, বহ্নি, দশ-দিগপাল।
নজানয় কেন হেন মিলিল ঘঞ্চাল ॥৫২৯
বিৰিঞ্চিৰ মনে আৰু মিলিল সংশয়।
অকালত কেন হেন ঘটিল প্ৰলয় ॥
বিতলপুৰত লোক আছিলেক যত।
যান সমে ঘূৰি ঘূৰি পড়িলা ভূমিত ॥৫৩০
সি থানত বিনা পাণ্ডৱৰ তুই ভাই।
তান্ত বিনে কাহাৰো চেতন-জ্ঞান নাই ॥
বৰ বৰ প্ৰমথ আছয় যত বত।
পাক ফুৰি পৰি ৰৈলা হুয়া অশকত ॥৫৩১
হৰৰ পুৰীত বৰ খলক লাগিলা।
সঙ্কেত বচনে পাছে পাৰ্ব্বতী শুধিলা ॥
বদতি পাৰ্ব্বতী দেৱ হেৰা পশুপতি।
কিবা হেতু জগতৰ মিলিছে বিপত্তি ॥৫৩২
অকালত কিবা হেতু মিলিল প্ৰলয়।

* ফোঙ্কাৰি— ফোকাৰি।



কহিয়ো ত্ৰিশূলধাৰী ইহাৰ নিৰ্ণয় ॥
হেন শুনি মাতিলন্ত দেৱ পশুপতি।
দৈত্যৰ অন্যায়ে হয় লোকৰ বিপত্তি ॥৫৩৩
পূৰ্ব্বে মহামায়া মোক শূলপাত দিলা।
প্ৰলয়-অন্তক শূল প্ৰবন্ধে সৃজিলা ॥
পূৰ্ব্বকালে সিটো শূল মোহোৰ থানত।
আসিলা ব্ৰহ্মাৰ স্থানে মোৰ অপায়ত* ॥৫৩৪
তাক প্ৰজাপতি তুষ্ট দৈত্যক দিলেক।
আপুনি বিৰিঞ্চি হুয়া লোক নাশিলেক ॥
সৰ্ব্বকালে বিধাতাত হন্তে অমঙ্গল।
দেৱ মনুষ্যত সবে লগায়ে ঘঞ্চাল ॥৫৩৫
হেন মহাকাল শূল দৈত্যক দিলয়।
আবে মহা ব্ৰহ্ম-সৃষ্টি সব নষ্ট হয় ॥
মই নাৰাখিলে আক কোনে ৰক্ষা কৰে।
এহি বুলি বৃষভৰ নামিলন্ত হৰে ॥৫৩৬
বাঘছাল টান কৰি কটিত বান্ধিলা।
উৰ্দ্ধত বান্ধিলা জটা এৰি মুণ্ড মালা ॥
সৰ্প-অলঙ্কাৰ তেজি অন্তবায় থৈলা।
দেখি মহামায়া অতিশয় ভয় ভৈলা ॥৫৩৭
বাঢ়িবে লাগিলা শঙ্কৰৰ কলেৱৰ।
উৰ্দ্ধে আকাশত গৈয়া লাগিলেক শিৰ ॥
মেৰু মন্দাৰত কৰি শৰীৰ বাঢ়য়।
যোগমায়া তনু সিটো হৰ কৃপাময় ॥৫৩৮
বৈশম্পায়ন বদতি শুনা নৃপবৰ।
আশ্চৰ্য্য মহিমা সেহি শূল মহেশৰ ॥
যেবে শূল দানৱে হাতত তুলি লৈলা।
বাঢ়ি যায় সিটো শূল ভয়ানক ভৈলা ॥৫৩৯

* অপায়— আপদ, বিপদ।

ৰাখিবে নপাৰে সিটো দৈত্য দুৰাচাৰে ।
লাগিল ঝমক তাক চাহিবে নপাৰে ॥
যোগমায়া-শূল তাৰ মহিমা আছয় ।
একে ত্ৰিনয়ন বিনা অন্যে নজানয় ॥৫৪০
মহাভয় হুয়া আগ পাছ নচাহিল ।
যিমান শকতি বলে শূল প্ৰহাৰিলা ।
ভীম-ধনঞ্জয় দুই চাহিয়া আছিল ॥
ধ্বনি লাগি দুয়ো বীৰ উৰ্ব্বি পৰিল ॥৫৪১
শূলধৰ আছে দেখি দেৱ ত্ৰিপুৰাৰি ।
ছাব দিয়া ধৰিলেক ওঁকাৰ সুমৰি ॥
গৰুড়ৰ হাতে যেন বন্দী ভৈল সৰ্প ।
মহেশৰ হাতত গৈলন্ত তাৰ দৰ্প ॥৫৪২
তাহাক ধৰিয়া পাছে দেৱ ত্ৰিপুৰাৰি ।
মহাৰঙ্গে নচুৰান্ত উৰ্দ্ধ বাহু কৰি ॥
মণিমন্ত মহাবীৰ বৃষভ আনিল ।
লাম্ফ দিয়া ত্ৰিনয়নে তাহাতে চৰিল ॥৫৪৩
চৈদ্ধয় ভুবনে আজি মিলিল প্ৰলয় ।
বৃষভ বাহনে শূল থৈলা কৃপাময় ॥
পাৰ্ব্বতী বোলন্ত প্ৰভু ভৈল বিপৰ্য্যয় ।
সমস্ত লোকৰ আজি খণ্ডিল অপায় ॥৫৪৪
তুমি নাৰাখিলে হন্তে* দেৱ পশুপতি ।
কতেক বৰ্ণিব আৰু লোকৰ বিপত্তি ॥
হেন বাণী বোলে শুনা মহেশ গোঁসাই ।
আদিত্য দানৱ সৃষ্টি কৰিবে লাগয় ॥৫৪৫
পূজা খাইবে পাইলে ব্ৰহ্মা প্ৰজাপতি ।
বৰ দিয়া থাকে চিন্তে লোকৰ বিপত্তি ॥

*হন্তে— দাবা, কৰিণে । ইয়াত ছন্দ মিলাবৰ বাবে ব্যৱহাৰ কৰা হৈছে



ভীম-ধনঞ্জয়ৰ হৰ-গৌৰী স্তুতি ।

এহি কহি গৌৰী মাৱ মৌন হুয়া ৰৈলা ।
শুনা জন্মেজয় পাছে যেন কথা ভৈলা ॥৫৪৬
অনন্তৰে ভীম ধনঞ্জয় দুই বীৰ ।
আনন্দিত মনে গৈলা আগক শিৱৰ ॥
আজি দৈত্য যমলোক পঠাবো নিশ্চয় ।
তোমাৰ চৰণে যদি ভকতি আছয় ॥৫৪৭
এতেকেসে আমাৰ ৰহিল নিজ দেহ ।
আমাৰ ভাগ্যৰ কিবা কহিবো সন্দেহ ॥
মহাযত্ন কৰি গৃহে প্ৰতিমা নিৰ্ম্মিয়া ।
অনেক প্ৰকাৰে পূজে কায়কাষ্ঠা হুয়া ॥৫৪৮
তথাপিতো বাক্য মনে নুহিকো গোচৰ ।
হেন দেৱ দেৱীৰ যে লভিলো ওচৰ ॥
যাত হন্তে গৈল মহা প্ৰলয় বিকল ।
ব্ৰহ্মা আদি দেৱ নাশ হোৱয় সকল ॥৫৪৯
যাহাৰ কৃপাত মহা দেৱগণ যত ।
কৰে সুখভোগ প্ৰজা পালন্ত সমস্ত ॥
হেন মহেশ্বৰ শঙ্কৰক দেখি আমি ।
কালমূৰ্ত্তি শিৱ যিটো জগতৰ স্বামী ॥৫৫০
আন আন স্তুতি নতি কৰিলো মিনতি ।
দুয়ো কৰিলন্ত হৰ গৌৰীক প্ৰণতি ॥

হৰৰ উপদেশ ।

বিশ্বৰূপ সম্বৰিয়া দেৱ ত্ৰিনয়ন ।
অৰ্জ্জুন ভীমক চাই বুলিলা বচন ॥৫৫১
শুনা দুই ভাই কথা কহো সাৰতৰ ।

আৰাধি বাঢ়য় বল দৈত্য দানৱৰ ॥
চৈদ্ধয় ভুবন আক্ৰমিলা দুৰাচাৰ ।
এহি হেতু ইহাৰ চিন্তিবে লাগে মাৰ ॥৫৫২
অল্পআয়ু অল্পবল হৈবে লোক যত ।
এক দৈত্য কৰিবেক জগতক হত ॥
সেহিসে কাৰণে মই বুলিলো নিশ্চয় ।
অদানৱ লোক-সব কৰিতে লাগয় ॥৫৫৩
পাশুপত্ৰ শৰ হানি কৰিয়ো নিৰ্ম্মূল ।
দথৈবাহা বাকী দৈত্য-দানৱৰ কুল ॥
সকল জগত দেখা ব্যাপিয়া চলয় ।
অনৌষধি ব্যাধি যেন লোকক পীড়য় ॥৫৫৪
হেন জানি ধনঞ্জয় শীঘ্ৰ গতি কৰ ।
দেখা জন্মেজয় কেনে দয়া ঈশ্বৰৰ ॥
ঈশ্বৰ হৈবাৰ ফল এহিসে হোৱয় ।
ভূত প্ৰাণী সমস্তকে ৰাখিবে লাগয় ॥৫৫৫

হৰ-পাৰ্ব্বতীৰ বৰ লৈ ভীম-অৰ্জ্জুনৰ দন্তপুত্ৰৰ লগত পুনৰ ৰণ

হেন বাক্য শুনি ভীম ধনঞ্জয় দুই ।
গৌৰী শঙ্কৰক নমিলন্ত পদ ছুই ॥
আশীষ কৰিল পাছে দুহাঙ্কোক চাই ।
অনায়াসে ৰণ জয় হুয়ো দুই ভাই ॥৫৫৬
মহাৰঙ্গে লোকৰ বিপদ এৰায়োক ।
তোমাসাত হস্তে সৱ দৈত্যনাশ হৌক ॥
এহি বুলি দুহান্তক আশীষ কৰিলা ।
অষ্টগুণে তেজ ষোল গুণে বল ভৈলা ॥৫৫৭
মহাবীৰ ধনঞ্জয় গাণ্ডীৱ ধৰিলা ।
মাধৱৰ গদাক ভীমেয়ো তুলি লৈলা ॥



হৰৰ কৃপাত দুয়ো আক্ৰমিলা ভাল ।
দেখিতে সাক্ষাত যেন দুইগোট কাল ॥৫৫৮
মণিমন্ত আদি কৰি প্ৰমথ অনেক ।
দুহান্তৰ লগে চলি গৈলেক প্ৰত্যেক ॥
এক এক প্ৰমথ পৰ্ব্বত সমসৰ ।
দান্ত মেলি গিলিবাক পাৰে দিবাকৰ ॥৫৫৯
দুহান্তৰ লগে সবে চানিয়া চলয় ।
কতোদূৰ আগ হুয়া শঙ্কৰ গোঁসাই ॥
অৰ্জ্জুন ভীমক চাই দানৱ সকলে ।
ঝিঙ্কাৰি* উঠিলা সবে শৰীৰৰ বলে ॥৫৬০
যি বেলাত ধনঞ্জয় শৰ প্ৰহাৰিলা ।
শূলৰ প্ৰহাৰ ছোট কাকো নেদেখিলা ॥
কিকাৰণে শূলবৰ উলটি নাসিল ।
অৱশ্যে জানিলো দুয়ো মানুষ মৰিল ॥
স্নান কৰি পুনু কিবা আসিবে দুনাই ।
কিবা ৰহিলন্ত সিটো আপোনাৰ ঠাই ॥
যাৰ ধন লৈলে তাক নজানে বৰ্ব্বৰ ।
পৰৰ ধনত মহতালি কৰে বৰ ॥৫৬২
তাক কিছো নজানিলা দৈত্য দুষ্টশীল ।
আপোনাৰ শূল হৰে চিনিয়া ধৰিল ॥
মুনিয়ে বোলন্ত ৰাজা শুনা জন্মেজয় ।
শূল হানি সচকিত দন্তুৰ তনয় ॥৫৬৩
বাহনে চড়িলা গৈয়া মহাৰঙ্গ মনে ।
অৰ্জ্জুন ভীমক তৈতে পাই দৰিশনে ॥
মনত বোলন্ত বৰ অকাৰ্য্য মিলিল ।
শূলৰ আগত দুই মনুষ্য ৰহিল ॥৫৬৪
কতেক পুৰুষ আমি পূজা কৰো আৰ ।

---

* ঝিঙ্কাৰি— জকজকাই ।

মিছা শূলগোট তাৰ নাহিকন্ত ধাৰ ॥
কোনবা দেৱতা পূজা মায়া কৰি খাই।
ভণ্ডামী কৰিয়া সিটো আসিলা ইঠাই ॥৫৬৫
আৰে জানো গৈলা সিটো আপোনাৰ থান।
মনুষ্যক মাৰিয়া তাহাৰ লৈবো প্ৰাণ ॥
এহিবুলি শৰ ধনু ধৰি দৈত্যগোট।
দুহন্তোক শৰ প্ৰহাৰিলা বৰ ছোট ॥৫৬৬
মহাবেগ কৰি ভীমে গদাগোট ধৰি।
দৈত্যৰ মাজত পশিলেক ক্ৰোধ কৰি।
বৰ বৰ দৈত্য বীৰে কোবাই মাৰয়।
যেন মহাবৃক্ষসব বতাসে ভাঙ্গয় ॥৫৬৭
দন্তৰ তনয় খেদ কৰয় অপাৰ।
মনুষ্যক মাৰিয়া কৰিবো প্ৰতিকাৰ ॥
শুনা সভাসদ সবে এৰি আনকাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥৫৬৮

—*::*—

অৰ্জ্জুনৰ হাতত দৈত্য-দানৱ সৈন্যৰ নাশ।

॥ ঝুমুৰা ॥

জয় মুনি কহে তথা
ভৈল যেন শুনা কথা ॥
ধনঞ্জয় বীৰবৰ।
চাহিলন্ত নিৰন্তৰ ॥৫৬৯
দৈত্য সৈন্য ভয়ঙ্কৰ।



পন্থ সপ্তদিবসৰ ॥
মাৰো পাশুপত্ৰ শৰ।
ক্ষয় কৰো নিৰন্তৰ ॥৫৭০
এহি বুলি মহাবলী।
হাসিলন্ত খল খলি ॥
ইষ্টদেৱ শঙ্কৰক।
কৰিলন্ত প্ৰণামক ॥৫৭১
পাশুপত্ৰ শৰ আনি।
যুৰিলন্ত মহামানী ॥
যেখনে গুণত লৈল।
শালবৃক্ষ সম ভৈল ॥৫৭২
মন্ত্ৰ অভিষেক কৈলা।
শৰ মাৰিবাক লৈলা ॥
সিংহ, বাঘ, গজ, শৰ।
ৰঝাইলা* খৰতৰ ॥৫৭৩
লক্ষে লক্ষে জাকে জাক।
পছকি মাৰয় তাক ॥
ৰাক্ষস পিশাচ বৰ।
ৰঝাৰয় নিৰন্তৰ ॥৫৭৪
দৈত্য দানৱক পায়।
গোটে গোটে ধৰি খায় ॥
কতো খাণ্ডা ধৰি কাটি।
মুণ্ড হাড় ভক্ষে অতি ॥৫৭৫
পায় মাত্ৰ সেহি কালে।
যান সমে কতো গিলে ॥
সিংহ, বাঘ, খোঙ্গে পায়।
ধৰিয়া খেদিয়া খায় ৫৭৬

* ৰঝাইলা— নিক্ষেপ কৰা, নাশ কৰা।

পশুপত্র শৰ যেবে ।
অৰ্জ্জুন যুড়িলা তেবে ।
চৈদ্ধয় লোকত যত ।
লোক মানে শ্ৰুতিহত ॥৫৭৭
ফণিধৰ অনন্তৰ ।
ফণামণি নিৰন্তৰ ॥
দিগ্‌গজ যতেক আছে ।
জানু পাৰি বৈলা পাছে ॥৫৭৮
যিটো শৰে মহেশ্বৰে
জগত প্ৰলয় কৰে ॥
কোন বস্তু দানৱৰ ।
সেনাপতি অল্পতৰ ॥৫৭৯
ক্ষণেকতে নাশ কৈলা ।
অদৈত্য দানৱ ভৈলা ॥
কিছো বাকী নৰৈলেক ।
সবে চূর্ণ কৰিলেক ॥ ৫৮০
সাগৰত স্নান কৰি ।
পুনৰ স্বদেহ ধৰি ॥
হৃষ্ট পুষ্ট কলেৱৰ ।
খায় পিয়া নিৰন্তৰ ॥৫৮১
অৰ্জ্জুনৰ তূণে বৈলা ।
জগত নিৰ্ম্মূল ভৈলা ॥
শুনা শুদ্ধ বুদ্ধজন ।
পুণ্য কথা বিতোপন ॥৫৮২
ঝুমুৰি ভাৰতচন্দ্ৰে ।
বিৰচিলা পদবন্ধে ॥
আক যিটো শুনে গাৱে ।
পৰম মুকুতি পাৱে ॥৫৮৩



ইহলোকে ধন জনে ।
নেড়িবেক সৰ্ব্বক্ষণে ॥
তেজি আন যত কাম ।
ডাকি বোলা ৰাম ৰাম ॥৫৮৪

—*—

হৰ পাৰ্ব্বতীৰ আনন্দ আৰু হেমাক অৰ্জ্জুনত অৰ্পণ কৰিবলৈ প্ৰস্তাব ।

॥ তুলড়ী ॥

মুনিয়ে বোলন্ত শুনিয়োক ৰাজা
তাত পাছে যেন ভৈলা ।
শূন্য থান খান এৰি ছুয়ো বীৰে
হৰৰ পাশক গৈলা ॥
বৃষভত চড়ি পাৰ্ব্বতী সহিতে
আছে দেৱ ত্ৰিনয়ন ।
ধনঞ্জয় বীৰ ভীমক চাহিয়া
হাসিয়া বোলে বচন ॥৫৮৫
ধন্য ধন্য তুই কুন্তী-সুত বীৰ
লোকৰ হিত কাৰণ ।
দেৱ গন্ধৰ্ব্বৰ মনুষ্য লোকৰ
গুচাইলা দুখমান ॥
যেবে মেদিনীত ৰহিলা কীৰিতি
মহাভাৰ দূৰ গৈলা ।
আজি ধৰি সব দুৰ্গতি খণ্ডিল
পৰম সুখ যে ভৈলা ॥৫৮৬

এহি সে কাৰণে হেমা কন্যা হাতে
তোমাসাক আনাইলো ।
ৰাজাৰ কুমাৰী অৰ্জ্জুন বীৰক
হেমা যে কন্যাক দিলো ॥

—*—

### ভীম-ধনঞ্জয়ৰ স্তুতি ।

এহি কহি পাছে জগতৰ গুৰু
শঙ্কৰ-পাৰ্ব্বতী আছে ।
ভীম ধনঞ্জয় সমীপ চাপিয়া
স্তুতি কৰিলন্ত পাছে ॥৫৮৭
নমো ত্ৰিনয়ন শশি-বিভূষণ
কালমূৰ্ত্তি শূলপাণি ।
ব্ৰহ্মা, ইন্দ্ৰ আদি দেৱতা সকলে
কটাক্ষ কৰে নজানি ॥
মহা মহা ৰাজা সকলে যাহাক
প্ৰবন্ধে পূজা কৰয় ।
তযু অনুলেশ কৃপা পায়া মাত্ৰে
সুখতে ৰাজ্য পালয় ॥৫৮৮
তযু অল্প ক্ৰোধে কটাক্ষ মাত্ৰকে
ৰাজ্যশ্ৰী নষ্ট হোৱয় ।
আউৰ প্ৰবন্ধে* যদিবা অবাধে
তাহাক পুনৰ পাই ॥
প্ৰাণ পৰিশ্ৰমে আপোন ভক্তক
ৰাখা তুমি ত্ৰিপুৰাৰি ।
মনুষ্য শৰীৰে হেনয় প্ৰভুক
দেখো আমি নেত্ৰ ভৰি ॥৫৮৯

---

* প্ৰৱন্ধে— কষ্টেৰে, যত্নেৰে



স্থূল সূক্ষ্মৰূপে মূৰ্ত্তি মহাদেৱ
এহি কৃপা কৰিয়োক ।
তোমাৰ প্ৰসাদে কৃষ্ণৰ চৰণে
অচলা ভক্তি ৰহোক ॥
আৰ যিটো প্ৰভু হেমা কুমাৰীক
মোক দিলা ভাৰ্য্যা কৰি ॥
কাৰ বা কুঁৱৰী কাৰ বা বহাৰী
কাৰ বা হুয়াছে নাৰী ॥৫৯০
হেন আজানিত সুন্দৰী ৰমণী
কিসোক দিয়া আমাক ।
হেন অযুগুত লোক গৰহিত
বোলা কেন প্ৰভু বাক ॥
সামান্য প্ৰাণীৰ ইটো যোগ্য নহে
ইহ পৰলোকে পাপ ।
আমি ৰাজ কুলে হুয়া আছো জাত
নৰৰ ঈশ্বৰ বাপ ॥৫৯১
উত্তম জনক অল্প প্ৰাণী সবে
গঞ্জনা যদি কৰিব ।
লোক সকলৰ ইটো সব দোষে
নৰকে জানো পৰিব ॥

### অৰ্জ্জুনে হেমাক গ্ৰহণ কৰিবলৈ আপত্তি কৰাত শিৱৰ বুজনি ।

হেন শুনি পাছে শঙ্কৰে বোলয়
ইহাৰ কহো কাৰণ ।
যি বুলিলা তুমি পৰনাৰী ছুৱা
কহো শুনা বিৱৰণ ॥৫৯২
যিটো নাৰী সব পতিব্ৰতা হয়
তাহাৰ আছে বিচাৰ ।

পতিব্ৰতা নাৰী ছুৱা নুহি কয়
বিহা পায় তিনিবাৰ ॥
আৰু এক নাৰী বিহা কৰি এবে
আৰু স্বামী বিহা কৰে।
তথাপিতো তাক সুনাৰী বোলয়
জানা ইটো সাৰে সাৰ ॥ ৫৯৩
এহি কথা পূৰ্ব্বে গৌৰীৰ আগত
কহিছো মই নিশ্চয়।
মহা প্ৰকৃতিৰ কাৰণৰ হন্তে
স্ত্ৰীক ৰত্ন বুলি কয় ॥
ইহাৰ কাৰণ বহুত আছয়
কহিছো মুনি সৱত।
ইটো দোষ বাপু তোমাৰ নাহিকে
কহিলো মই সমস্ত ॥৫৯৪
বিশেষত হেমা ৰাজাৰ কুমাৰী
কেহো বিহা কৰা নাই।
মোহোৰ বচন দেৱৰ আদেশে
দৃঢ় কৰি ধৰা যায় ॥

হৰৰ বাক্যত অৰ্জ্জুনৰ হেমাক গ্ৰহণ।

হৰৰ বচন শুনিয়া নিশ্চয়
কুন্তী-সুত মহাবলী।
হেমা কুমাৰীক গ্ৰহণ কৰিয়া
চাহিলন্ত মুণ্ড তুলি ॥৫৯৫
তুমি জগতৰ গুৰু মহেশ্বৰ
চৈদ্ধয় ভুবন সাৰ।



ত্ৰিভুবনে যত ৰাজাগণ আছে
তুমিসে শ্ৰেষ্ঠ সবাৰ ॥
তোমাৰ আজ্ঞাৰ অপেক্ষায় থাকে
চক্ৰবৰ্ত্তী ৰাজাজাক।
তয় কটাক্ষতে বিনাশ হোৱয়
মনেয়ো নাজানে তাক ॥৫৯৬
এতেকেসে প্ৰভু তোমাৰ আজ্ঞাক
আমি পালিবাক লাগে।
ব্ৰহ্মা ইন্দ্ৰ আদি দেৱতা সকলে
সেৱা কৰে অনুৰাগে ॥

ত্ৰিনয়নৰ বৰদান আৰু উপদেশ।

হেন শুনি পাছে, দেৱ ত্ৰিনয়নে
বোলে দুহান্তক চাই।
আৰো বৰ যেহি খোজা তাকে দিবো
তোমাসাক দুই ভাই ॥৫৯৭
ই তিনি লোকত তুমি দুহান্তৰ
কিঞ্চিতো অসাধ্য নাই।
কৃষ্ণৰ চৰণে তোমাসাৰ ভক্তি
নুগুচোক সৰ্ব্বদায় ॥

শঙ্কৰৰ আদেশত মায়াদ্বাৰা ভীম ধনঞ্জয়ৰ পৃথিবী আগমন আৰু
যুধিষ্ঠিৰৰ আগত আদি-অন্ত কথা বৰ্ণনা

মায়াক চাহিয়া শঙ্কৰে বোলয়
শুনিয়ো মোৰ বচন।

যি কালত ৰাজা হোৱে হস্তীনাত
পাণ্ডু-পুত্ৰ পঙ্কজন ॥৫৯৮
এহি হেমা কন্যা অৰ্জ্জুন বীৰক
তুমি নিয়া যোগাবাহা।
ভীম-অৰ্জ্জুনক যুধিষ্ঠিৰ ৰাজা
আগতে গৈয়া দিবাহা ॥
এহি শুনি পাছে মায়া মহাবলী
বিমান আনি তেখনে।
ভীম-ধনঞ্জয় প্ৰণামি হৰক
উঠিলা তৈত তেখনে ॥৫৯৯
মহাযোগময় বিমানত চড়ি
কৰিলা গতি সত্বৰ।
ছয় পৰে যায় পৃথিবী উঠিলা
পথ যে ছয় মাসৰ ॥
অনন্তৰে পাছে দেখিলন্ত গৈয়া
যুধিষ্ঠিৰ নৃপৰায়।
কৃষ্ণ কৃষ্ণ স্মৰি বসিয়া আছন্ত
ক্ষণে যুগ বহি যায় ॥৬০০
হেন সময়ত মায়া মহাবীৰ
তাসম্বাক ভেটিলেক।
আদি অন্ত যত শিৱৰ বচন
নৃপতিক কহিলেক ॥
সাধু সাধু ৰাজা পাণ্ডুৰ তনয়
বৈষ্ণৱৰ সাৰোত্তৰ*।
প্ৰাণ পৰিশ্ৰমে লোকক ৰক্ষয়
কাৰ্য্য এহি মনুষ্যৰ ॥৬০১

* সাৰোত্তৰ— শ্ৰেষ্ঠতৰ।



দেৱৰ আদেশে তোমাসাৰ দুই
ভাতৃক আনিলো যায়।
মহাভাৱ দূৰ কৰিবাক অৰ্থে
আনিলো হেমা পঠায় ॥
অনন্তৰে পাছে মায়া মহাযশ
দেৱৰ শুনি আদেশ।
শীঘ্ৰে গতি কৰি আপুন থানত
ভৈল যায় পৰবেশ ॥৬০২
মুনিয়ে বোলন্ত শুনা জন্মেজয়
ৰাজা জিষ্ণু*-বায়ু-সুত।
যুধিষ্ঠিৰ ৰায় ভাতৃক দেখিয়া
অনন্দ ভৈল বহুত ॥

---

বৃকোদৰ আৰু যুধিষ্ঠিৰৰ কথোপকনথ।

॥ ছবি ॥

তনি পক্ষ সিটো ঠাই আছিলা কিমতে যায়
কথা কহা মোত ফিৰি।
তোহাক নপাই আমি যতেক পাইলো দুখ
সবেয়ো গুচিল আজি ধৰি ॥৬০৩

* জিষ্ণু— ইন্দ্ৰ, বায়ুসুত (বিষ্ণু সুত) অৰ্জ্জুন আৰু ভীম।

হেন শুনি বৃকোদৰে সবকথা কহিলেক
হেমা কন্যা কিমতে পাইলেক ।
অশ্বকর্ণ ৰাক্ষসক যেনমতে বধিলেক
মহাগদা তৈতে লভিলেক ॥

দন্ত সঙ্গে যেহি মতে অসংখ্য কটক সাজি
মোক অৰ্জ্জুনক যুদ্ধ দিলা ।
তাহাৰ সৈন্যৰ কোনে লেখ জোখা কৰিবেক
দুইবাৰে অৰ্জ্জুনে কাটিলা ॥৬০৪

সিটো পাপী দুৰাচাৰ পাতালত পশি গৈলা
মহাশূল গোটক আনিলা ।
বৰ পৰাক্রমে সিটো শূলগোট প্রহাৰিলা
নিজৰূপে শঙ্কৰে ধৰিলা ॥

মহেশৰ ঘোৰৰূপ শূলৰ প্রচণ্ড ভাৰে
দেখি দুহান্তৰ মহাভয় ।
আমি দুই ভাই পাছে দেখিয়া বিস্ময় ভৈলো
জানো ঘোৰ মিলিল প্রলয় ॥৬০৫

জগতৰ মহাভয় জানিলন্ত ত্রিনয়নে
অনুৰূপে মনত গুণিলা ।
বোলে ইটো দৈত্যচয় নিগুটি কৰিবে লাগে
তেবে জানা সকলে ৰহিলা ॥

পাছে অৰ্জ্জুনক মাতি পাশুপত্র শৰ হানি
দানৱক মাৰিবে বুলিলা ।
মহাবীৰ ধনঞ্জয় সপ্তম দিনৰ পথ
যত দৈত্য সৈন্যক মাৰিলা ॥৬০৬

বিতল পুৰত মহা তমোময় উৎপাত
মহেশৰ সাক্ষাত মিলিলা ।
মহাভয় পায়া পাছে অন্যো অন্যে কথা কহে
কিনো মহাসঙ্কটে ৰাখিলা ॥



হেন শুনি যুধিষ্ঠিৰ বোলে ৰাপু ইথানত
মহাঘোৰ প্রমাদ মিলিলা ।
ভৈলেক উলুকাপাত বন সব দহিলেক
মহা মহা পর্ব্বত খসিলা ॥৬০৭

এহি মতে যত কথা কহিলা শুনিলা সবে
কুন্তীৰ তনয় মহামতি ।
ভাৰত-ভূষণ কবি বিচৰিলা পদ ছবি
এহি মানে ভৈলা সমাপতি ॥

শুনিয়োক সভাসদ অগাধ ভাৰত পদ
হংস-কাকী-যামল মিশ্রিত ।
মহা মুনি দ্বৈপায়নে কৰি পৰম যতনে
নিৰন্ধ কৰিলা মনোনীত ॥৬০৮

হেন জানি বুদ্ধজন মোৰ দোষ ক্ষমা কৰি
শুনা আৰু তেজি আন কাম ।
পুৰোক পাপৰ দাম পুণ্য হোক অবিশ্রাম
ডাক ছাড়ি বোলা ৰাম ৰাম ॥

